# ভৰলীৰ পাৰে পাৰে

বীৰেন বৰকটকী

হিমাচল প্ৰকাশ
ফুকননগৰ, শিৱসাগৰ, অসম

BHARALIR PARE PARE : A Novel written by Biren Borkataky. Published by Himachal Prakash, Phukan Nagar, Sibsagar, Assam. Price Rupees ten only.

প্ৰকাশক :
হিমাচল প্ৰকাশ
ফুকননগৰ
শিৱসাগৰ, অসম।

প্ৰথম প্ৰকাশ : মাৰ্চ ১৯৮১

বেটুপাতৰ শিল্পী : শ্ৰীধীৰেন নাথ

মূল্য : দহ টকা



মুদ্ৰক :
শ্ৰীকালীচৰণ পাল
নবজীৱন প্ৰেছ
৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৭০০০০৬

যিজন মহান শিল্পীয়ে একনিষ্ঠভাৱে আজীৱন সংস্কৃতিৰ সাধনাত লাগি থাকি অকল সত্ৰীয়া নৃত্যকলাৰ বিকাশ সাধন কৰাই নহয়, সম্প্ৰীতিৰ এনাজৰীৰে সাংস্কৃতিক বিনিময়ৰ যোগেদি পৰ্বত-ভৈয়ামক একেলগে বান্ধিবলৈ আপ্ৰাণ চেষ্টা কৰিছিল—অকালত প্ৰাণ হেৰুওৱা সেইজন মহান শিল্পী, মোৰ অগ্ৰজ তুল্য, শোণিতকোঁৱৰ স্বৰ্গীয় গজেন বৰুৱাদেৱৰ পৱিত্ৰ স্মৃতিত 'ভৰলীৰ পাৰে পাৰে' আগবঢ়ালোঁ।

বীৰেন বৰকটকী

## এই লেখকৰে

খোজতে মিলাওঁ খোজ
মন্বন্তৰ
শিশুমনৰ সাধু
সাহিত্যৰ পটভূমি
পাশ্চাত্য সাহিত্যত এভুমুকি
সাহিত্য সংস্কৃতিৰ দুটি-এটি
কুমাৰী পৃথিবী ( অনুবাদ উপন্যাস )
প্ৰেম আৰু শঙ্কাৰে ( „ )
চিৰন্তন

সম্পাদিত পুথি—
ঔপন্যাসিক ৰজনীকান্ত বৰদলৈ
বেজবৰুৱাৰ সাহিত্য আলোচনা
সহযোগীৰে লেখা গল্প পুথি
তুলিকাৰ প্ৰাণ
দৃষ্টি

প্ৰকাশৰ অপেক্ষাত—
মনীষী টলষ্টয়ক বুজাৰ চেষ্টাৰে
গহপুৰ থানা
( বিয়াল্লিশৰ গণ-বিপ্লৱৰ পটভূমিত
গহপুৰ থানাত শহীদ হোৱা
কনকলতাৰ জীৱনৰ আলমত
লেখা উপন্যাস )

"তেতিয়া হেনো আইতা গাভৰু
ৰঙাৰিহা গাত লোৱা
হ'ল মাথোঁ তিনিটি বছৰ
ভৰলী গোসাঁনী হ'ল কালিকা ৰূপিণী
কোনেও নোৱাৰে ক'ব
এৰাতিতে পাগলীৰ দৰে
বাট এৰি অবাটেদি কেনি গুছি গ'ল।"

# আমাৰ কথা

কালিকালগা ভৰলীৰ কাহিনীৰ শেষ নাই। বাৰিষা ফেনে-ফোটোকাৰে বাঢ়ি আহি হিল-দ'ল ভাঙি বৈ যোৱা ভৰলীপাৰৰ জন-জীৱনৰ সুখ-দুখৰ কাহিনীও অলেখ। সময় বাগৰাৰ লগে লগে জীয়া কাহিনী সাধু হয়, সাধু পাহৰণিৰ বুকুত হেৰাই যাব খোজে। ভৰলীৰ গড়া খহে, পাৰৰ ৰাইজক ভাঙে, পাতে। ভৰলীয়ে দিয়া চকুলো আৰু হাঁহিৰ মাজতে পাৰৰ ৰাইজে জীয়াই থকাৰ সংগ্ৰাম কৰে, জন-সংস্কৃতিৰ জীপ দিয়ে, সম্প্ৰীতিৰ এনাজৰীৰে সকলোকে মেৰাই ধৰিব খোজে।

এই ভৰলী মোৰ চিনাকি। সৰুৰেপৰা দেখি থকা, মাৰ-নাৱৰে ইপাৰ-সিপাৰ হোৱা এই ভৰলীৰ জীয়া কাহিনীবোৰলৈ আজিও সঘনে মনত পৰে।

ভৰলী-পাৰৰ জন-জীৱনৰ সুখ-দুখকে লৈ এখন উপন্যাস লেখাৰ কথা ভাবিছিলোঁ, লেখিলোঁও। কিন্তু মোৰ অযোগ্য লেখনীৰ কাৰণে এইখন উপন্যাস নহ'ল নহ'ল যেন লাগিছে। লৌকিক, অলৌকিক বহুত কথা খেলি-মেলিকৈ দিলোঁ।

যি অকণমান কাহিনীৰ আঁত ধৰিবলৈ চেষ্টা কৰিছোঁ, সেই কাহিনী মোৰ মনে গঢ়া। ১৯৫১ চনৰ ফেব্ৰুৱাৰী মাহৰপৰা ১৯৬২ চনৰ আগষ্ট মাহলৈকে ভৰলীৰ পাৰৰ দূৰ-অদূৰত ভালে কেইটা জীয়া কাহিনীয়ে ৰূপ লয়। ভৰলীত মাৰ-নাও ডুবে, মাটিৰ কাৰণে সত্যাগ্ৰহ হয়, বাৰে চহৰৰ ভাওনা হয়, সংস্কৃতি আৰু জীৱনক জীয়াই ৰখাৰ অবিৰাম প্ৰচেষ্টা চলে। এইখিনি সময়ত নহলেও, আন ঠাইত নোহোৱা কথা, ভৰলীৰ পাৰত তাহানি ৰাইজে জালেৰে বাঘ ভেটে। কালিকা লগা ভৰলীত মাৰ-নাৱৰে পাৰ হোৱা ৰাইজ এদিন যুগৰ পৰিবৰ্তনত ভৰলী দলঙৰে পাৰ হয়।

ভৰলীৰ পাৰৰ বহুত জীৱন্ত মানুহ 'ভৰলীৰ পাৰে পাৰে' মই দেখাত আহি আছে। তেওঁলোকক মই যি নামকে নিদিওঁ, এৰিব নোৱাৰোঁ। তেওঁলোক মোৰ চিনাকি, বৰ আপোন। ভৰলীৰ পাৰত থিয় দিলে এই তেজ-মঙহৰ মানুহকেই মই দেখোঁ। তেওঁলোকৰ স্মৃতিয়ে ভৰলী-পাৰ সজাল কৰি ৰাখিছে। তেওঁলোকৰ দুই-চাৰিজনক আচল নামেৰে পাঠক-পাঠিকাৰ গুৰিলৈ আনিব খুজিছিলোঁ, ভয় লাগিল, কিজানি কোনোবাই বেয়া পায়।

'ভৰলীৰ পাৰে পাৰে'ত ১৯৫১ চনৰপৰা ১৯৬২ চনৰ আগষ্টলৈ ৱটা কেইটামান ঘটনা মোৰ লেখাৰ আঁত ৰাখিবলৈ অগা-পিছা কৰিছোঁ। উপন্যাস

বুলি লেখিছোঁ যেতিয়া প্ৰত্যেক কথাত কল্পনাৰ বোল দিব লগা হৈছে। আনকি উপন্যাসত থকা বাৰে চহৰৰ ভাওনাখনৰ ইটো-সিটো বহুতো মনে সজা কথাৰে টোপোলা বান্ধি 'ভৰলীৰ পাৰে পাৰে' কল্পনা নাৱৰ গুণ টানি টানি সময়তকৈ উজাই আহিলোঁ।

সময়ৰ ইতিহাসৰ ক্ৰম ধৰিলে ভৰলীপৰীয়া ৰাইজে এই ক্ৰমত ভুল পাব। মই নাম দিয়া আটাইবোৰ গাওঁ-ভূঁই, দুই-এক বাগিচা বিচাৰি নেপাব। এনে কৰি যি ভুল-ভ্ৰান্তি মই ইচ্ছাকৃত ভাবে কৰিছোঁ সেইয়া উপন্যাসখনত কিছুমান কথা প্ৰকাশ কৰাৰ সুবিধাৰ কাৰণে। ভৰলীপৰীয়া সহৃদয় ৰাইজে মোৰ এই ইচ্ছাকৃত ভুলৰ বাবে মোক ক্ষমা কৰিব বুলি আশা কৰিছোঁ।

'ভৰলীৰ পাৰে পাৰে' বহুতদিন আগতেই লেখিবলৈ আৰম্ভ কৰিছিলোঁ। হয়তো মোৰ অযোগ্যতা আৰু এলাহৰ কাৰণে পুথিখন আধা লেখাতেই ৰৈ গৈছিল। ভতিজা শ্ৰীকৰুণা বৰকটকীৰ তাগিদাত শেষ কৰিলোঁ ১৯৭৯ চনৰ মাৰ্চ মাহত। তাগিদা কৰি 'ভৰলীৰ পাৰে পাৰে' ভালে বেয়াই শেষ কৰোৱাত কৰুণাক ধন্যবাদ জনাইছোঁ। দুই-চাৰিটা আৱশ্যকীয় খা-খবৰ যোগাৰ কৰি দিছিল মোৰ অগ্ৰজ, চতিয়া উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ শ্ৰীমহেন্দ্ৰনাথ বৰকটকী আৰু মোৰ একালৰ ছাত্ৰ, জামুগুৰিৰ ত্যাগবীৰ হেম বৰুৱা কলেজৰ অধ্যক্ষ শ্ৰীসুৰেন দাসে। তেওঁলোকলৈ আন্তৰিক কৃতজ্ঞতা যাচিলোঁ। ওপৰৰ বেটুপাতটো আঁকি দিলে শিৱসাগৰৰ উদীয়মান শিল্পী শ্ৰীধীৰেন নাথে। তেওঁলৈ মৰম ভৰা কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ।

'ভৰলীৰ পাৰে পাৰে' ছপাশালৰপৰা ওলোৱালৈকে বিভিন্ন সময়ত মই শিৱসাগৰ কলেজৰ অৱসৰপ্ৰাপ্ত উপাধ্যক্ষ শ্ৰীপতিতপাবন দাস, শ্ৰীৰিপুনাথ দত্ত, প্ৰবক্তা শ্ৰীৰাজীৱ বৰুৱা, লক্ষ্মী প্ৰিন্টিং প্ৰেছৰ গৰাকী শ্ৰীৰবীন কটকী আৰু শ্ৰীপ্ৰদীপ ভট্টাচাৰ্যৰ নিঃস্বাৰ্থ সহায় পাইছোঁ। তেওঁলোকলৈ মোৰ আন্তৰিক ধন্যবাদ থাকিল।

মোৰ অজ্ঞতা আৰু অযোগ্যতাৰ মাজেৰে লেখা 'ভৰলীৰ পাৰে পাৰে' উপন্যাস হওকেই বা নহওকেই, পঢ়িব লগা বস্তু থাককেই বা নেথাককেই, সদাশয় পাঠক-পাঠিকালৈ আনতশিৰে ইয়াক আগবঢ়াইছোঁ। অনুগ্ৰহ কৰি যদি পাঠক-পাঠিকাই মোৰ প্ৰচেষ্টাক সমাদৰ কৰে অন্তৰত আনন্দ পাম। এই আনন্দই সৃষ্টিৰ আনন্দ।

**বীৰেন বৰকটকী**

## এক

এয়া ভৰলী। আহিনত ভৰলীৰ বাৰিষাৰ ৰূপ নাই। ভৰলী গোসাঁনী হৈ সংহাৰ মূৰ্তি ধৰাৰ পিছত এতিয়া যেন ভাগৰত লাল-কাল। বাৰিষা চামুণ্ডাৰূপিনী ভৰলীয়ে কিমান ভয়াবহ নৃত্য কৰে, কিমানক না-জল না-থল কৰে তাৰ স্মৃতি পাৰৰ ৰাইজৰ মনত চিৰদিন সজাগ।

বাৰিষা ফেটীসাপৰ দৰে তীব্ৰবেগে বগাই যোৱা ভৰলীৰ বুকুত কত গাওঁ জাহ গ'ল, কত জীৱনৰ সপোন নৈৰ পলসত পোত খালে, তাৰ নানা কথা এতিয়াৰ ভৰলীপৰীয়া ৰাইজে সাধু শুনাদি শুনে। সময় বাগৰে, জীয়া কাহিনী সাধু হয়, সাধু বিস্মৃতিৰ অন্তৰালত লুকাই পৰে। ভয়লগা সাধু—ভৰলীয়ে গাওঁ ভাঙে, বাৰিষা পূজা লয়। ঘাটৈৰ পূজা পালেহে কালিকা লগা ভৰলীয়ে ফেনে-ফোটোকাৰে বাঢ়ি অহা নৈৰ বুকুৰ ওপৰেদি ঘাটৈক যাত্ৰীৰ নাও পাৰ কৰিবলৈ দিয়ে। কালিকা লগা ভৰলীৰ কাহিনীৰ শেষ নাই। পাৰৰ গাৱঁৰ চাৰিকুৰিৰ দেওনা পাৰ হোৱাজনৰ যদি কেনেবাকৈ মুখ মুকলি হ'ল তেনেহলে সেই মুখত ভৰলীৰ কালিকাৰেই কথা!

এই কাহিনীৰে ভৰপূৰ ভৰলী পাৰৰ মৰণাকুৰি গাওঁ। ভৰলীৰ কৰুণ স্মৃতি যেন কাতিৰ কুৱঁলিয়ে ধুই লৈ গ'ল। যিবোৰ ঠাইত বাৰিষা পকনীয়া তুলি ভৰলীয়ে গুজৰি-গুমৰি আছিল তাত তেতিয়া মৰণাকুৰিৰ ৰাইজৰ জীয়াই থকাৰ সংগ্ৰাম। বাৰিষা যেনেকৈ ভাঙিলে, তেনেকৈ খৰালি তাত ৰাইজক পাতিলে—খৰি দিলে, পলস দিলে, মাছ দিলে। আহিন-কাতিত সৰু হৈ বৈ ৰাইজক ঠাঁই এৰি দিয়া ভৰলী যেন নিজৰ ভাগৰো খুৱাই ল'ৰা-ছোৱালী কেইটিক

ভালকৈ শুৱাই নিজে কুচি-মুচি হৈ ডাঙৰ পাটীখনৰ কাষত শুই পৰা মাকজনীহে।

মৰণাকুৰিত তেতিয়া পূবৰ কুঁৱলী ফালি ঢল ফাঁট দিছে। দূৰণিৰপৰা ভাহি অহা 'তেজৰে কমলাপতি পৰভাত নিন্দ' বুলি গোৱা জীউবাম সাতোলাৰ বৰগীত ফাকি বিনিকি-বিনিকি কাণত পৰাত কষ্টিয়ে গাৰুৰপৰা মূৰ নোতোলাকৈয়ে ক'লে,—"ৰাতি তেনেহলে পুৱালেই। সাতোলা দেদাইৰ গীত নহয় যেনিবা ঘড়ীহে।" শোৱা-পাটীৰপৰা নামিব খুজি কাষত কুচি-মুছি হৈ শুই থকা সোণ-পাহীজনীলৈ তাৰ চকু পৰিল। মনতে তাৰ খেলালে—'এই নিপোটল, নিৰোগী মানুহজনীৰ কাষত যদি তাইক সাৰটি কেচুৱা এটা শুই থাকিলহেঁতেন তেনেহলে কিমান ভাল লাগিলহেঁতেন।' দিনটো ভাগৰত, কাম-বন কৰি লাল-কাল হৈ শুইপৰা তাৰ ঘৰৰ মানুহজনীক আজি সি জগাবলৈ ভাল নেপালে। মনটো তাৰ বিষাদে আগুৰি ধৰিলে। সি ভাবিলে,—'মইতো বিশ্বনাথ দেৱালয়ত ৰূপৰ ফুল দিছিলোঁ। শিৱৰাত্ৰি মেলাত মহাভৈৰৱৰ বাবাজীৰপৰা আনি দিয়া তাবিজটো সোণপাহীয়ে নিয়ম-কাৰণ মানিয়েইতো বছৰৰ পিছত বছৰলৈ আজি ছবছৰ পাৰ কৰিলে।' হঠাতে তাৰ সোণ-পাহীৰ কঁকালত থকা তাবিজটো চাবৰ মন গ'ল। সোণপাহীয়ে সাৰ নোপোৱাকৈ মেখেলাৰ খোচনিটো লাহেকৈ তললৈ নমাই সি তাবিজটো চালে। ৰূপৰ তাবিজটো কোঠাটোত ঢিমিক-ঢামাককৈ জ্বলি থকা লেমটোৰ পোহৰত সি বৰ উজ্জ্বল দেখিলে। সি ভাবিলে,—'গা ধোওঁতে চাগৈ সোণপাহীয়ে তাবিজটো খুব ঘঁহিলে।' বিশ্বাস আৰু আশাত তাৰ মনটো ৰঙীন হৈ উঠিল। এক সবল শিশুৰ দৰে শুই থকা সোণপাহীৰ মুখখনত হাতটো বুলাই দি আঠুৰ গুৰিলৈকে ওলাই থকা তাইৰ বগা নোদোকা ভৰিডুখন উজাই যাব খোজা মেখেলাখনৰে ঢাকি দিলে।

"নাই, যাবৰ হ'ল। সাতবজাত নাও মেলিবলৈ এতিয়াই নগলে



নহ'ব। বাটো বহুত দূৰ। ঘাটৈ দেউতাই যিহে, চিধাই ক'ব,— 'তোৰ কি কেঁচুৱা সোপাৰ জ'াজ মাৰোঁতে ইমান দেৰি হ'ল অ'? সময়মতে যে আহি নাপাৰহি। তহঁত ডেকা সোপা থাকোঁতে মই হে এতিয়া নাৱৰ মেচিন ষ্টাৰ্ট দিব লাগে।' ঘাটৈ দেউতাৰ মুখ যদি কেনেবাকৈ ৰাতিপুৱাই মেল খালে দিনটোতে আৰু বন্ধ নহয়। সি নিজকে নিজে কোৱাদি কলে, পাটীৰপৰা নামি সি মুখখন ধুই জুহালৰ জুইকুৰা ধৰি চাহ এটোপা বহাই দিলে। জুহালৰ গুৰিত কাঁহি-বাটিৰ খুটুং-খাটাং শব্দ শুনি সোণপাহীয়ে খক্‌মক্‌কৈ সাৰ পাই উঠি পাকঘৰলৈ ভুমুকিয়াই চাই দেখে কষ্টিয়ে দুবাটি চাহ বাকিলেই।

"তোমাকনো আজি কিহে পালেহে চুপে-চাপে আহি যে চাহ কৰিলাহি? মোৰ ওপৰত কিবা খং উঠিলনেকি?"

"খঙনো কিয় উঠিব? সদায়তো তয়েই কৰি আছ। আজি দেখোঁ—তই টোপনিত লালকাল। জগাবলৈ বেয়া পালোঁ। সেইদেখি চাহটোপা ময়েই বহালোঁহি—তাতনো কি মহাভাৰতখন অশুদ্ধ হ'ল?"

"ৰাতিপুৱাইনো মহাভাৰতখনত কিয় ধৰিছা?"

"বাৰু, মহাভাৰত বাদ দে। এতিয়া মুখ ধো আৰু চাহ খা।"

আখলৰ মুখতে উলিয়াই থোৱা দুখনমান পিঠা লৈ কষ্টিয়ে চাহৰ বাটিত মুখ দি ক'লে, "ঐ, খাবিনেকি ইয়াৰে এখন?"

"এহ্, ৰাতিপুৱাই জোকাই নলবাহে। মোকনো কোনদিনা গা নোধোৱাকৈ পিঠা-পনা খোৱা দেখিছা?"

সোণপাহীয়ে লৰালৰিকৈ মুখখন ধুই চাহৰ বাটিত মুখ দি কওঁ নকওঁকৈ ক'লে,—"সাৰ নেপালোঁ কিয় জানা? পুহৰি পুহৰি হৈ আহোঁতে কিবা সপোন এটা দেখিলোঁ। জুহালত খুটুং-খাটাং শব্দ শুনিহে চক্‌মক্ খাই সাৰ পালোঁ।"

"কি সপোন দেখিলি অ'? আমাৰ ঘৰটো ভৰলীয়ে উটাই নিয়াৰ

সপোন নে ঘৰটোত টিনপাত লগাৰ সপোন !”—কন্থিয়ে সোণপাহীৰ মুখৰ ওচৰলৈ মুখখন নি সুধিলে।

“নহয়।”

“তেনেহলে মটৰত উঠাৰ সপোন নেকি ?”

“মটৰত উঠাৰ সপোন দেখিবলৈ আমি যেনিবা মটৰত উঠাহে নাই !”

“মটৰত উঠিলে হ'বলা মটৰত উঠাৰ সপোন নেদেখে।”

“দেখিলেও, মই দেখা নাই।”

“তেনেহলে কি দেখিলি ?”

“লাজ লাগে কবলৈ।”

“মোৰ আগতনো তোৰ লাজটো লাগিবলৈ কি আছেনো বাৰু ? বিয়াৰ আজি আঠ বছৰ হ'ল, আকৌ কৰবাত লাজটো থাকিলেইনে ? কব যদি ক, মোৰ যাবলৈ দেৰি হ'ল।” এই বুলি কন্থিয়ে পানী-পোতাত আওজাই থোৱা গুটীয়া নাৱৰ বঠাপাত হাতত ললে। এই পাত বঠা ঘাটলৈ যাবৰ সময়ত নেৰিবলৈ তাক বাপেকে মৰিবৰ সময়ত কৈ গৈছিল। গতিকে সি ঘাটৰ কামলৈ গ'লে বঠাপাত হাতত নিয়ে।

“যাবাচোন ব'বা, চৰাই-চিৰিকতি মাটিত পৰিছেহে।”

“চৰাই-চিৰিকতি মাটিত পৰিছেহে বুজিছোঁ, পিছে ঘাটৈ দেউতাৰ কথা তই নাজান জানোঁ ? হোকা ছুপি-ছুপি বাটতে ধৰিব নহয়। এৰা, বুঢ়াটোৰ বাতিও টোপনি নাহে হ'বলা। এতিয়া ক'চোন বাৰু, তোৰ সপোনটো।”

কওঁ নকওঁকৈ সোণপাহীয়ে ক'লে—“মোৰ হেনো বগী ধুনীয়া ছোৱালী এজনী হৈছে। আমি দুয়ো বৰ ৰং পাইছোঁ। তাইক সুকয় দেখুওৱা হোৱাই নাই, তোমাক হেনো লবলৈকে লাগে।”

“যা যা, ভেকুলীৰ পিঠিত বিয়াৰ আঠ বছৰেও নোম নগজিল, এতিয়া ভাল কথাখন কৈছ! তই সপোন দেখিলেও, সেইবোৰ



আমাৰ ভাইগত নাই। অ' তাতে তোৰ বগী ছোৱালী। মই কিমান ক'লা দেখিছ ?”

“ক'লা মানুহৰ বগী ছোৱালী নহয় নেকি ? কেলেই, মই বগী নহয় ? আই-বোপায়ে সোণপাহী নাম মোৰ এনেয়ে দিয়া নাই।”

“এৰা, এৰা, মই পাহৰিছিলোঁৱেই। মই এঙাৰৰ দৰে ক'লা আৰু তই গাখীৰৰ দৰে বগা। সেই কাৰণেই শুনিছিলোঁ বোলে মোলৈ আহিবলৈ তই ঠোঁহ ধৰিছিলি।”

“কেতিয়াবা ঠোঁহ ধৰিছিলোঁ ? অঁ'। মোক গাখীৰৰদৰে বগা নক'বা, গাখীৰত সেন্দুৰ সনা বুলি কোৱা।”

“অ' বাৰু, গাখীৰত সেন্দুৰ সনা।” এই বুলি কন্থিয়ে সোণপাহীৰ গালত আঙুলিৰে টোকৰ মাৰি দিলে।

“হ'লনে কামলৈ যাবলৈ ওলাই দুষ্টালিখন আৰম্ভ কৰিবৰ !”

“বাৰু, দুষ্টালিৰ কথা বাদ দেচোন। কি হ'ল, তোৰ ধুনীয়া বগী ছোৱালী হৈছে। সপোনত বগী ছোৱালী পালি, এতিয়া অকলে অকলে ঘৰত ঢেকী-থোৱা নচুৱাই থাক। মই আহিলোঁ।” এই বুলি কন্থিয়ে কান্ধত বঠাপাত লৈ হলং হলংকৈ উলুৱনিৰ মাজৰ বাটেৰে ঘাটলৈ বুলি খোজ ললে। নঙলা-মুখলৈকে আহি কন্থি যোৱাৰফালে চাই থাকি সি মাৰিবলৈ পাহৰি যোৱা নঙলা কেইডাল মাৰি সোণপাহী ঘৰৰ ভিতৰ সোমাল।

দূৰণিত বৈ বৈ কুকুৰ এটাই ভুকি উঠিল। কন্থিৰ ভৰিৰ শব্দ শুনি কাষৰ জোপোহাৰ মাজত পৰা চ'ৰাই কেইটামান উৰি গ'ল। এটা মজলীয়া ধৰণৰ মাছ মুখত লৈ বিলৰ কাষেদি উদ এটা লৰ মাৰিলে। উদটোক দেখি বিলৰ কাষৰ পানীত চৰি থকা কেইবাটাও মাছ একে লগে জাপ মাৰি দ পানীত পৰিলগৈ।

‘বহধৰা বিলত তেনেহলে মাছ মাৰিবৰ সময় হ'লহিয়েই।' কন্থিয়ে মনে মনে ভাবে।

"অ', কণ্ঠি আহিলি ! বৰ ভাল কৰিলি। এনেকৈ টাইম্ মতে আহিলেহে মই ভাল পাওঁ। এটা কথা নহয়, আজি বোলে শুকদেউ নাহে, তয়েই পিছে দিনটো কাম চলাব লাগিব দেই। সি খবৰ পঠাইছে তাৰ হেনো গাৰ বিষ, পাটীৰপৰা উঠিবই পৰা নাই।" এহাতেৰে হোকাটো ধৰি আৰু এহাতেৰে চাহৰ বাটিটোত সোহা মাৰি ভৰলী পাৰৰ সকলোৰে 'ঘাটৈ দেউতা' ওৰফে সন্ত শৰ্মাই কয়।

"দেউতা, অকলে দিনটো……।"

"অকলে দিনটো হ'ল কি হ'ল ?ঃ কিবা জানো বঠা মাৰিব লাগে যে তোৰ হাত বিষাব ? মেচিনৰ কাম মেচিনে কৰিব, তই মাথোঁ চাইহে যাব লাগে। যোৱা বাৰ অনা মেচিন, একো অঁাৰ নাই। কি বোলে বাৰিষা উটি অহা কাঠৰ টুকুৰা আহি পাঙখাত লাগিবহি। তইনো অকলৈ কেনেকৈ হলি ? দেউধন, হলঙা, নৰসিংহঁত আছেই। তই খালি মেচিনত থাকিব লাগে, ক, তহঁত থাকোঁতে মই যদি মেচিন চলাব লাগে চলাম, কি আছে।" ঘাটৈ সন্ত শৰ্মাৰ মুখ বাতি-পুৱাই মেল খালে। "নেলাগে আমি থাকোঁতে আপুনি মেচিন চলাব। মই পাৰিম নহয়।"

"ওঁ, ঠিক আছে। তই ভোগবাম বিষয়াৰ ল'ৰাহে, তোৰ যে বাপেৰ এটা মানুহেই আছিল দেচোন। হটঙাকৈ, শকত-আৱত মানুহটো। যেনে ওখ ডাঙৰ মানুহ, তেনেকুৱা ডিলও। ভৰলীয়ে আকৌ ডিল থকা মানুহকে ভাল পায়। এবাৰ কি হ'ল জান ? বাৰিষা ফেনে-ফোটোকাৰে ভৰলীয়ে গৰজি আছে। বোধন দেউৱে ভাৱে-ভক্তিৰে ছাগলী বলি দি সিপাৰত ভৰলীক পূজা দিছে। গাৰ নোম নেদেখা হৈছে। এনেতে ওলালহি দঁতাল হাতীৰ পিঠিত দুটা ঢেকীয়াপতীয়া মৰা বাঘ ওলোমাই দি চতিয়াৰ সাধি হাজৰিকা, লগত ৰবীন বৰুৱা। মোক ধৰিলেহি 'শৰ্মা—পাৰ কৰক'। মোৰ লাগিছে ভয়, ছাগলীৰ বলি হৈছেহে—ভৰলীয়ে সেও মনাই নাই।



হাতীয়ে চিঞৰাদি চিঞৰি আছে। ছাগলীৰ কেঁচা তেজ কেঁচাই আছে, ক'লা পৰিলেহে, ভৰলীয়ে পূজা ললে বুলি জানেঁ।"

"ঘাটৈ আছানে ? আও, ৰাতি-পুৱাই কি বকলাখন মেলিলাহে !" এই বুলি খৰকৈ খোজ দি, ঘিলাটিমান খোপাটিৰপৰা স্বৰি পৰিব খোজা ৰঙা কৰবীৰ ফুলটো খোপাত গুজি বোধনদেউ ওলালহি। "দদা, ৰাতি পুৱাই দেখোন ?" ঘাটৈয়ে বোধনদেউক সোধে। বোধন-দেউ, ঘাটৈ শৰ্মাৰ একো নহলেও বয়সত ডাঙৰ যেতিয়া দদা বুলি মাতে।

"মৌজাদাৰৰ ঘৰলৈকে বুলি আহিলোঁ, তুলসী দুপাতমান দিব লাগে। দুবৰিবটীয়া বাট, সোনকালেই গাটো তিয়াই পূজা-সেৱা কৰি ওলাই আহিলোঁ। ভাবিলোঁ, তোমাৰো খা-খবৰ লৈ যাওঁ, মাছুৰৈ-হঁতৰ ঘাট জালত কুঢ়িটো মালিটো পৰিছেনে কি, তাৰো ভু-ভা এটা লওঁ।"

"পৰিছে পৰিছে দদা, দেছুৱালীঃজালোৱাৰ জালত মাছ নপৰি ভৰলুৱা নদীয়াল গাওঁৰ মানুহৰ জালত মাছ-কাছ পৰিবনে ? দেছু-ৱালীয়ে চুচি নিছে। সিহঁতে হেনো দ পানীত মাছ মাৰিব জানে। আমাৰ সোপাই আকৌ বামতহে খেপিয়ায়। এই দেছুৱালী মাছুৰৈ মখাই বৌমাৰি, কাছমাৰি, ৰহধৰা বিল তহিলং কৰিলে, হওঁতে, আমাৰ সোপাৰ গাত দোষ নাই—" মুখখন ঘূৰাই হোকাত টানটো মাৰি ঘাটৈ শৰ্মাই কয়। বোধনদেউ বয়সত ডাঙৰ কাৰণে, ঘাটৈয়ে আজিলৈকে তেওঁৰ সমুখা-সমুখিকৈ হোকাত টানটো মৰা নাই।

"দদা, ধৰক" হোকাটো হেলনীয়াকৈ ধৰি চিলিমটো বোধনদেউৰ ফালে আগবঢ়াই ঘাটৈয়ে কয়। বোধনদেউৱে চিলিমত খায়। তেওঁৰ মতে, হোকাত জালো নেপায়, সজাতো নাই। হোকাৰ টোৰটোৰণিহে সাৰ। গতিকে চিলিমত খালে জালো পালা, অইন কথাৰপৰাও হাত সাৰি থাকিলা। ঘাটত বাৰে-চহৰৰ মানুহ গোট খায়, হচকিলে মচ-কিলে হোকাটোৰ কি সজাত আছে ! ঘাটৈ নোহোৰাই নোহোৰাই

জিউৰামহঁতে তেওঁৰ হোকাটো কিবা সুদাই এৰিছেনে?' কতই ছাগৈ দেখুৱাব,—'ঘাটৈ বুঢ়াটোৱে চকীত বহি এনেকৈ হোকাত ধপাত খায়—ধপাত খাই খাই কাহি কাহি এনেকৈ কয়, আৰু বা কত কি? গতিকে বোধনদেউৱে হোকাত নেখাই কাগজৰ ঠোলা কৰি চিলিমতে খায়। মনৰ কথা সদৰি নকৰি বোধনদেউৱে মুঠতে কৈ থয়, "হোকাত কিবা চোকটো নেপাওঁহে। দিন-কাল লৰিল, আজিকালি ধপাত-বোৰ কিবা ওদা হ'ল। মলা ধপাত বুলিছোঁ—তাহানিৰ বুধবৰীয়া হাটৰ তামিজ বেপাৰীৰ। হেজাৰ হওক, সি থলুৱা মানুহ, পুৱা-গধূলি নামাজ পঢ়ে, পাপ, অপকৰ্ম্মলৈ ভয় আছে। সিও মৰিল, ধপাতৰ চোকো গ'ল। আজিকালি চিলঠীয়া ছুটামান বহিছে; সিহঁতৰ আকৌ কি পাপ-পুণ্য আছে! ধপাতৰ গুৰিৰ লগত কিবা বোলেনে ধপলাপাত মিলায়। ক'ৰ আৰু চোকখন হ'ব? তামিজৰ পুতেকে হওঁতে বাপেকৰ ব্যৱসায় চলাই আছে, সিও এই চিলঠীয়াহঁতক দেখি বেয়া হ'ল।"

"দদা, বেয়া নহৈনো হ'ব কি? আজিকালি ধপাতৰ কিবা লাইচন হ'ল। লাভ নহয়, গতিকে ইটো-সিটো মিহলি।" "চেনি, গুৰতটো লাগিলেই, আকৌ ধপাততো লাইচন লাগিলনে? খালি লাইচন্। চাইকল, গৰুগাড়ী, সকলোতে লাইচন্। মোৰ হাঁহিহে উঠে দেও, আমাৰ ভেলেউ মহৰীৰ মামৰে ধৰা, কুন্দা ক'লা পৰা খজা বন্দুকটোতো লাইচন। বছৰত এবাৰ উলিয়াই চেলেংখলৰে পিঠিত বান্ধি চাইকলত উঠি জিলালৈ যায় বন্দুকৰ লাইচন্ কৰাবলৈ। লাইচনৰ কাৰণে জিলা দেখুৱাৰ পিছত মহৰীয়ে পীৰাখন পাৰি শোৱা কোঠাত বন্দুক থিয় কৰাই থলে যি থলেই, তাক আৰু বাহিৰ নেদেখুৱায়। মহৰীয়ে, 'এ পৰভু জগন্নাথ' বুলি জিলালৈ যাবলৈ চাইকল খনত উঠিবলৈহে পায়, দেখৰ মানে চাইকল খনৰপৰা ক'ৰনো মাতবোৰ ওলায়—সুইত-সাইত কেৰেক-কাৰাক। চাইকলখনৰ টিলিঙাৰ বাহিৰে সমস্ত বয়বস্তু বাজে। মহৰীৰ চাইকলৰ মাত শুনিবলৈহে পালে



সিখন গাঁৱৰ পিলপিলিয়া ল'ৰা-মখাই মেলিলে পিছত ঢাপলি। এটাই হয়তো ক'ব,—'ককা পিছৰ চকা বৰকৈ ঘূৰিছে।' এটাই হয়তো সুধিব,—'ককা বন্দুকৰে কি মাৰিছিল, ক'ত মাৰিছিল?' মন ভাল থাকিলে ক'ব 'তিপ্লোঙা বাগিচাৰ জহনি মৰা (জোহানছ্ মাৰে) চাহাবৰ লগত এই বন্দুকৰে কত বাঘ, কত পহু মাৰিলোঁ।' ল'ৰা-বিলাকে বৰকৈ আমনি কৰিলে কেতিয়াবা বৰ বেয়াকৈ মহৰীয়ে অবাইচ মাতে—'বাপেৰহঁতৰ···গুলী মাৰিলোঁ।'

"অবাইচ মাতি বোপাইক ধৰিব কিয়? এই বুঢ়াডালৰ মুখৰ সজাত নাই" বুলি মহৰীয়ে নুশুনাকৈ কিবাবিবি ভোৰভোৰাই ল'ৰাবোৰ আঁতৰ হয়।

"মহৰীৰ মতে, তেওঁৰ চাইকলখন ৰাজহুইট চাইকল। আলি-মহৰীৰ কামত সোমাওঁতেই লোৱা। হেণ্ডোল, পেদেল, সকলো-বিলাকে মাত দিলেও আজি ছকুড়ি বছৰ আগতে লোৱা চাইকল-খনৰ জাতটো ভাল। মহৰীয়ে কয়,—ৰাজহুইট এখন তিপ্লোঙা বাগিচাৰ জহনীমৰা চাহাবে লৈছিল আৰু এখন তেওঁ লৈছিল। তেওঁৰ চাইকলখন হেনো সেই অঞ্চলৰ দ্বিতীয় চাইকল। এইখন চাইকলতে মহৰী বাৰিষা হওক, খৰালি হওক জিলালৈ যায়। ৰাজহুইট চাইকল থাকোঁতে বাছত আধলিটো ভৰিব কিয়?

"বুজিছা ঘাটৈ, ভাবিছিলোঁ গান্ধী মহাৰাজে স্বৰাজ আনি দিলে, এতিয়া আমাৰ দেশ ৰামৰাজ্য হ'ব। পিছে আজি সাত বছৰে দেখিলোঁ কিবা ৰাবণ ৰাজ্য হ'লহে। মলা-ধপাততো লাইচন হ'ল যেতিয়া হৈছে আৰু—" চিলিমৰ নুমাই যাব খোজা অঙঠাটো ফুৱাই হাতেৰে খোচৰাটো মাৰি বোধনদেউৱে কয়।···

"দদা, শুনি থাকিবা, আৰু কিহত কিহত লাইচন লাগিব।"

"লাগিব, লাগিব। মতাটোৰ লগত মাইকীজনী থাকে, তাঁৰো কিবা লাইচন লব লাগিব যেনহে পাইছোঁ।"

এই বুলি চিলিমত টানটো মাৰি জুই নুমুৱা চিলিমটো বোধনদেউৰে থৈ দিলে।

"ৰবা—সেই তামিজৰ ল'ৰাটো। গুৰু-গোঁসাই নাই। সি বাপেকৰ নিচিনা নহয়। অইন ধৰমৰ হলেও মিছা ক'ব নেপায়—তামিজে মৰা দিনলৈকে মোক দেখিলে দূৰতে মূৰটো দোঁৱাই হাতখন কপালৰ গুৰিলৈ নিয়ে। সেইটো মানুহৰ পুতেক ৰফিকে আজিকালি আমাক দেখিলেও চাইকলৰপৰা নেনামে। সি আৰু ধপাতত, ধপলাপাত নিমিলাই কি কৰিব?"

"কাৰ কথা কৈছে দদা, অ' ৰফিকৰ! সি আজিকালি নেপালী গাওঁলৈ গৈ জুৱাও খেলে, মদো খায়। মই কৈছিলোঁ—'মোৰ নাৱতে মেচিনৰ কাম শিক, সময়ত কাম শিকি উঠিলে শ-ছকুৰি পাবি। ওচৰৰে গাওঁৰ ল'ৰা, ভালেই হ'ব। চকীঘাটৰ দেছুৱালী কিটাক বিদায় দিম। দেছুৱালী কিটাই যাওঁ যাওঁ কৰি···দাম বঢ়াই আছে। নহলে মোৰ বাছতে ড্ৰাইভাৰৰ কাম কৰিবি। এতিয়া হেণ্ডিমেন হ।' সি কি উত্তৰ দিলে জানে?

"'দানি আহিলে মোৰ এদিনতে ছকুৰি আহিব।' ধপাতৰ কাৰবাৰো আজিকালি সি এৰিলে নহয়।"

"হয়নে, তামিজৰ ল'ৰা সেইয়াহে হ'লনে? হবই; দিন-কাল যিহে হৈছে। বাৰু ঘাটৈ, কথা এটা সোধো বুলি পাহৰিলোঁ—এই সনাহী মাছুৱৈখনক কোনে আনিলেনো?" জেপৰপৰা জুইশলাটো উলিয়াই কাঠি এটা লৈ কাণ খজুৱাই বোধনদেউৰে সুধিলে।

"কেলেই, মাছধৰা সমবায় হৈছে নহয়। সমবায়ে বিল ডাকি লৈ দেছুৱালী মাছুৱৈৰপৰা মুঠ টকা লৈ চলাবলৈ দিছে। সেই কাৰণেহে সিহঁতে পুঠি, খলিহালৈকে ধৰিছে—" ঘাটৈয়ে ভঙনীয়া পইচাবোৰ এটকা এটকা কৰি সজাই থকাৰপৰাই কয়।

"মাছ ধৰা সমবায় কোনে পাতিলেহে ঘাটৈ?"

"কিয়, আমাৰ মৌজাদাৰ, শইকীয়া, হাজৰিকাহঁতে।"



"আও, এতিয়া মৌজাদাৰ, শইকীয়াহঁতক মাছ বেচিলেহে খাবলৈ হয়নে?"

"মৌজাদাৰ, শইকীয়াহঁতেই যদি মাছ বেচিলে, ভবলুৱা গাওঁৰ পঢ়াশুনা নজনা কৈবৰ্ত মানুহখিনিয়ে কোন ভাৰস্তত কি কৰি খাব? সমবায় যদি পাতিছে—তেওঁলোকে পাতক। নিজৰ জাল আছে, সেইটো তেওঁলোকৰ পূৰ্বপুৰুষৰ বৃত্তিও। অন্য কামত নধৰা খিনিয়ে বিল-চিল ডাকি মাছ-পুঠি নিজ হাতে ধৰি পো-পোৱালি পোহক। তেতিয়া দেখোন এই দেছুৱালী সোপা নাহে।"

"এঃ দদা, থৈ দিয়ক। আজিকালিৰ দিনত আৰু সকলোৱে নিজলৈহে টানে।"

"আৰু সেই কাৰণেই দেশখন তললৈ গৈছে। জুইশলা কাঠি এৰি, বাওঁহাতৰ কেঙা আঙুলিৰে কাণৰ শেষ খজুৱতিটো মাৰি আঙুলিটো চকুৰ আগত ধৰি বোধনদেউৱে কলে,—"কাণখন বৰকৈ খজুৱাইছে, বৰষুণ হ'ব হ'বলা। এৰা, কাতিসতা আছেই নহয়।"

ঘাটৈ আৰু বোধনদেউৰ কথাই মেৰপাক খাই খাই আগবাঢ়ি গৈ থাকে, ঠিক যেন বুকুত জাজৰি লৈ আগবঢ়া ভবলীৰ সোঁতৰ পাকবিলাকহে।

ঘাটৰ তললৈ নামি ঘাটৈৰ চকুৰ আঁৰত কণ্ঠি, দেউধন, নৰসিংহঁতে বিড়ি হোপে। সাত ৰজাৰ নাৰত পাৰ হ'বলৈ দুই চাৰিটাকৈ মানুহ আহি পাৰত গোট খালে। চাৰে ছয় বাজি গৈছে, "কণ্ঠি, অ' কণ্ঠি" ঘাটৈয়ে চিঞৰ মাৰে।

কণ্ঠিয়ে উধাতু খাই শেষ হ'ব খোজা বিড়িটো বালিত পেলাই দি 'দেউতা' বুলি ঘাটৈৰ ওচৰ চাপে।

"এঃ, তোৰ বাপেৰৰ কথাটো ক'বলৈ ধৰোঁতেই দদা ওলালহি, কথা কোনোবা ফালে গ'ল। তোৰ বাপেৰৰ সাহপিত দদাই জানে, ভবলীৰ পাৰৰ ৰাইজে জানে।

"সাধি হাজৰিকাই নেৰে, পাৰ কৰি দিবই লাগিব, মৰা ঢেকিয়া-

পতীয়া বাঘৰে সৈতে হাতী, ভৰলী পাৰ কৰিবলৈ মঙলু মাউতক হুকুম দিলে। যেনে হুকুম তেনে কাম। ফেনে-ফোটোকাৰে ভৰা লুইতত দঁতালে সাঁতোৰ মেলিলে। 'শৰ্মা আমাক নাও দিয়ক। এই ৰাতিখন মাৰ নাও নেলাগে, গুটীয়া নাও দিয়ক।' হাজৰিকাই মোক আকোৰ-গোজালি দি লাগিল। তেতিয়া আকৌ মাৰ নাৱত মেচিন নাই। গুটীয়া নাৱৰ কথা শুনি মোৰ আৰু ভয় লাগিল। দুজনকৈ ভব্য-গব্য মানুহ গুটীয়া নাৱৰে পাৰ হ'ব! ক'ববাৰ কিবা…!

"সাধি হাজৰিকা কলিজা থকা মানুহ। ডাঙৰ মুখখনৰে গোঁফ-কোচাৰ তলৃতে হো-হো কৰে হাঁহি মাৰি ক'লে,—"ভৰলীয়ে সাধি হাজৰিকা, ৰবীন বৰুৱাক নেখায়। খায় যদি শৰ্মা, আপোনাৰ নিচিনা ভীৰুকহে খাব। ভোগৰাম, তই পাৰ কৰিব লাগিব—নাৱৰ টিঙত লেম বান্ধ, নোৱাৰোঁ বুলি ক'লে বাঘ গুলীয়াদি তোকো গুলীয়াম।"

"ভোগৰামে একে উশাহতে পাৰিম বুলি কৈ টিঙত লেম বান্ধি নাও আনি সাজু কৰি ক'লে—'ভৰলীৰ ওপৰেদি ভৰ বাৰিষা ৰাতি কিমান মানুহ পাৰ কৰিলোঁ, দেউতা সবৰ ভৰিৰ ধূলি এই ভোগৰামে। ভোগৰামে 'জয় মাই:ভৰলী' বুলি নাও মেলিলে। ডাৱৰ এচপৰাৰ মাজত লুকাই থকা জোনটো ছাঁতকৈ ওলাল। সাধি হাজৰিকাই ভৰলীৰ খাওঁ খাওঁ মূৰ্তি ধৰা পানীলৈ বাঘ চিকাৰ কৰা পাঁচ বেটাৰী টৰ্চটো মাৰি কয়—'শৰ্মা ঘাটৈৰ ছাগলীৰ বলি খাই চল পাইছ। মোৰ হলে ছাগলীৰ বলি নাই। লাগে যদি ঢেকীয়া-পতীয়া ল। সাধি হাজৰিকা, ৰবীন বৰুৱা আৰু দঁতাল হাতীক আমনি নকৰিবি।'

"সাধি হাজৰিকাৰ মাতষাৰ যেন ভৰলীৰ বুকুত গুলীটো নোমোৱাদি সোমাই গৈ পানীৰ তলৰ শিলত লাগি উফৰি পাৰত খুন্দা মাৰিলেগৈ। তই আছ, সাধি হাজৰিকাৰ মাতত ভৰলী যেন



তাপ মাৰিলে। সেই সাধি হাজৰিকাক ভৰ বাৰিষা ৰাতি পাৰ কৰ্, ভোগৰাম বিষয়াৰ পুঁতেক তই, নোৱাৰিবি কিয়?"

"পাৰিম দেউতা, পাৰিম।" কষ্টিয়ে শলাগিলে। বাপেকৰ বঠা পাতৰে সৈতে কষ্টিৰামে নিজকে তাৰ বাপেক যেন লাগিল। বাপেকৰ সাহ আৰু কৰ্মশক্তি তাৰ প্ৰাণত সোমাই তাক যেন আজি দুগুণ সাহসী আৰু কৰ্মঠ কৰি তুলিলে।

"হেৰ ধনীৰাম, আজি ভাইফোটাৰ দিন। ইপাৰ-সিপাৰত নেপালী মানুহ পাৰ হোৱাৰ সীমাসংখ্যা নাই। ভঙনীয়া পইচা জুপি-জাপি নেথাকিবি। যাত্ৰীক যেনিবা দুই-চাৰি পইচা ওভোতাই দিবই নোৱাৰিলি। উছৰৰ দিনত কি হাত শুদা হৈ আহিব যে তালৈকে যাত্ৰীবোৰে দুই-চাৰি পইচালৈ কেৰেপ কৰিব? কষ্টি, নাৱত তেলকুৰ সবহকৈ লবি। সিপাৰৰখন আহি পোৱাৰ আগে আগে তোৰখন এৰিবি। ৰাতি সাত বজালৈকে চলি থাকিবি। ভৰলীমায়ে কৃপা কৰিলে মোৰো দুপইচা হ'ব আৰু তহঁতেও বকচিচ পাবি।"

"মই উঠিলোঁহে ঘাটৈ। এতিয়াৰপৰা গলেহে সময়মতে মৌজা-দাৰৰ ঘৰ পামগৈ। দেৰি হলে মৌজাদাৰণীয়ে আকৌ ক'ব—'আমি বাট চাই আছোঁ বাপুদেউ, পদূলিলৈ চাওঁতে চাওঁতে চকু বিষাল, আমি ভাবিছিলোঁ, বাপুদেউৱে ক'ববাত শৰাধ-তৰাধ চিণ্ডি আহিব।" এইবুলি ঘাটৈৰ মেজৰ পইচা থোৱা বাকচৰ কাষতে থকা বিড়ি মুঠাৰপৰা বিড়ি এটা উলিয়াই জ্বলাই লৈ ঘাটৰ বহাৰপৰা বোধন-দেউ ওলাই আহিল। অলপ আহি মাছুৱৈ কেইটাই শুনাকৈ আধা হিন্দী, আধা অসমীয়াত চিঞৰ এটা মাৰিলে,—"হাম বোধনদেউ বোলা হ্যায়, হামাৰে লিয়ে মছলি ৰাখও। ভৰলী মাইজীকী মছলি অকলে মত খাও।" বোধনদেউৰ মাতটো দেছুৱালী মাছুৱৈয়ে বুজি পায়। ভৰলীমাই আৰু বোধনদেও দুয়োলৈকে সিহঁতৰ ভয় আৰু ভক্তি। খোলা মনৰ বোধনদেউক সিহঁতে ভাল পায়। ৰঙা কাপোৰ পিন্ধি, সেন্দুৰৰ বেঘা লৈ ভৰলীক পূজা কৰা বোধনদেউৰ মূৰ্তিটো

সিহঁতে দোখছে। সিহঁতে ভাবে বোধনদেউৰ যাদু আছে। অসম দেশত যাদু থকা বুলি শুনা কথাটো সিহঁতে যেন চকুৰে দেখিলে। সিহঁতৰ মানত বোধনদেউ মানুহ হলেও দেওলগা মানুহ। বোধন-দেউৰ মাত শুনাৰ লগে লগে এসেৰীয়া মালীমাছ এজনী জালৰপৰা পাৰলৈ দলি-মাৰি দি এটাই চিঞৰ মাৰি দিয়ে—"আচ্চা পণ্ডিতজী!"

## দুই

"কষ্টি কি কৰিলি! কি কৰিলি, নাও ঠিক্‌চে চণ্ডাল," মাৰ নাৱৰ ওপৰত উঠি বাৰিষা ভৰলীয়ে অনা পৰি থকা বিয়াগোম বিয়াগোম গছবিলাকৰ মাজেদি নাৱৰ বাট চিনি কষ্টিক নিৰ্দেশ দি যোৱা নৰসিঙে বিকট চিঞৰ মাৰিলে।

"লগী লগী, বঠা, বঠা' বুলি চিঞৰি নৰসিং, হলঙা, দেউধনহঁতে হাতে হাতে লগী ললে। ডেৰ কুৰি মাইল বেগেৰে আহি থকা নাওখনৰ হঠাতে মেচিন বন্ধ হৈ গ'ল। কষ্টিয়ে দৃঢ়তাৰে গুৰি বঠা ধৰিলে। এইয়া যে ভৰলীয়ে পাৰৰ ওচৰতে কৰা কুড়িহাত দ ঘূলি। বাৰিষা শিলৰ বুকুজত খুন্দিয়াই খুন্দিয়াই ভৰলীৰ সোঁতে কৰা দ ঘূলি। লগীয়ে ঢুকি নেপালে। কষ্টিয়ে তীব্ৰবেগত অহা নাৱৰ টিং ঘূৰাব নোৱাৰিলে। নাৱৰ ভিতৰত যাত্ৰীৰ চিঞৰ-বাখৰ লাগিল—'ভৰলীমাই ৰক্ষা কৰা।' ল'ৰা-ছোৱালীয়ে আতঙ্কত চিঞৰি উঠিল। তীব্ৰবেগে অহা মাৰ নাৱে চকুৰ পচাৰতে শিলৰ বুকুজত খুন্দা মাৰিলে। জোৰা লগা মাৰ নাও দুখন হৈ এৰাই গ'ল। নাৱৰ টিং ভাগিল। কিছুমান মানুহ নাৱৰ প্ৰচণ্ড খুন্দাত পাৰত চিটিকি পৰিলগৈ, কিছুমান দ ঘূলিত পৰিল। পাৰৰ ৰাইজৰ চকুৰ আগতে ভৰলীত নঘটা ঘটনা ঘটি গ'ল। সন্ত শৰ্মাৰ ঘাটৈৰ জীৱনত চেকা পৰিল। সৰু গুটীয়া নাও লৈ কষ্টিৰাম, নৰসিংহঁতে যি পাৰে তুলিলে। গাৰ নোম নেদেখা বেলিকা পেট্ৰমাক্স লাইটৰ পোহৰে বিশেষ কাম নিদিলে। নাৱত অহা মানুহৰ বহুতৰে সলিল সমাধি হ'ল।

"হেই কি দেখিছে! আদমী বচাব লাগে—মদৎ কৰিব লাগে!" এই বুলি তেজপুৰলৈ বুলি যাবলৈ অহা বৰগাঙৰ পাদ্ৰী চাহাবে

দীঘল বগা কোটটো, লংপেণ্ট, জোতা গাড়ীলৈ দলিয়াই দি আণ্ডাৰ-পেণ্টটোৰে সৈতে পাৰত মুখ মেলি বিবুদ্ধি হৈ চাই থাকি 'তোলা তোলা' বুলি চিঞৰা দুটামান নাৰৰীয়াক পানীলৈ ঠেলা মাৰি দি নিজে জপিয়াই পৰিল। চাহাবে দ ঘূলিত কক্‌বকাই থকা দুটা ল'ৰা-ছোৱালী উদ্ধাৰ কৰিলে। এই দুটি ল'ৰা-ছোৱালী উজনিৰপৰা অহা। মাক-বাপেক চিতিকি বামত পৰিল, ল'ৰা-ছোৱালী হাল পৰিল পানীত। ইয়াৰ পিছত চাহাবে ভাগৰি নপৰালৈকে চকুৰ আগতে যাকে পালে সাঁতুৰি সাঁতুৰি ওচৰতে পোৱা কণ্ঠি নৰসিংহঁতৰ নাৰত তুলিলে।

ভাইফোটাৰ দিন। গতিকে নেপালী মানুহৰ সংখ্যাই নাৱত বেছি আছিল। জাতি-ধৰ্ম নিৰ্বিশেষে বহুতো লোকক ভৰলীয়ে বুকুত সামৰিলে। কোনোবাৰ কেচুৱা থাকিল, মাক নাই, কোনোবাৰ নকৈ বিয়া কৰাই অনা বোৱাৰী শাহুৱেকৰ সৈতে পাৰত থাকিল, স্বামী নাই, কোনোবাৰ আকৌ গোটেই পৰিয়ালেই ভৰলীৰ বুকুত জাহ গ'ল। ভৰলীৰ পাৰত কান্দোনৰ ৰোল উঠিল। ঘাটৈ সন্ত শৰ্মাই বুকু ভুকুৱালে।

পুলিচ, মিলিটেৰী আহিল। ভৰলীৰ দুয়ো পাৰৰ জামুগুৰি, চতিয়া, চাৰিআলি, বিহালী, ঢেকিয়াজুলি, তেজপুৰৰপৰা নেতৃস্থানীয় লোক আহিল। মিলিটেৰীৰ বহুত দিন কামত নলগাই তুলি থোৱা নাৱৰ মেচিন ষ্টাৰ্ট হওঁতেই বহুত দেৰি হ'ল। ৰাতি গহীন হৈ অহাৰ লগে লগে পিছত মিলিটেৰী প্ৰমুখ্যে অহা লোকে মানুহ উদ্ধাৰ কৰাত বিশেষ সহায় কৰিব নোৱাৰিলে। উদ্ধাৰ কৰা কোনোবা দুই-এটা মানুহ চাবলৈ জুম বান্ধোতে বহুতো লোকে মিলিটেৰীৰ খুন্দা-খান্দলি খালে। হা-হুতোস্মি কাঢ়ি লাহে লাহে মানুহ ভাগিবলৈ ধৰিলে। আহত আৰু জ্ঞান নোপোৱা বহুতকে জামুগুৰিৰ হাস্পতাললৈ নিয়া হ'ল। পাৰত গোটখোৱা মানুহবিলাকৰ কোনোৱে ভাগ্যক দোষী, কোনোৱে নাৱৰীয়াক দোষী, কোনোৱে



ভৰলীৰ কালিকাৰ কথা কৈ শান্তনা লভিবলৈ চেষ্টা কৰিলে। চামুণ্ডাৰূপী ভৰলী গোসাঁনীয়ে যেন নিজৰ আত্মতৃপ্তিৰ কাৰণে এই নৰমেধ যজ্ঞ পাতিলে।

ৰাতি দোভাগ নিশালৈকে পেট্ৰমাক্স লাইটৰ পোহৰত পুলিচৰ অনুসন্ধান চলিল। সন্ত শৰ্মা, কণ্ঠিৰামকে প্ৰমুখ্য কৰি দুৰ্ঘটনা হোৱা নাৱৰ লগত জড়িত ঘাটৰ প্ৰায়খিনিকে ভাৰতীয় দণ্ডবিধি আইনৰ বিভিন্ন ধাৰাত গ্ৰেপ্তাৰ কৰিলে। মৌজাদাৰে সকলোটিকে জামিনত ললে।

জুম ভাগিল। ভৰলীপৰীয়া ৰাইজৰ কিছু ঘাটতে থাকিল। সন্ত শৰ্মা আৰু কণ্ঠিহঁত গালে-মুখে হাত দি বহি পৰিল। সন্ত শৰ্মাক বুজনি দি বোধনদেৱে ক'লে,—"অহ অহ, এনেকুৱা অঘটন মোৰ তিনিকুৰি দহ বছৰে নেদেখিলোঁ। যোৱা বাৰিষাত ভৰলীৰ পুজাত ছাগলীটো একে ঘাপেই নসৰোকতেই বুজিছিলোঁ গোসাঁনী বিতুষ্টা। কত বলি এই হাতেৰে কাটিলোঁ, হাত নকঁপে, বুকু নকঁপে। যোৱা বাৰ কিন্তু মোৰ হাত কঁপিছিল, বুকুখন চিৰিংকৈ উঠিছিল। ইমান দিনে কাকো কোৱা নাই, মনৰ কথা মনতে ৰাখিছিলোঁ। তেতিয়াই ভাবিছিলোঁ কিবা অঘটন ঘটিব বুলি। বুজিছা ঘাটৈ! পাগৰ বাহিৰ হোৱা কোনোবা মাইকী মানুহ নাৱত উঠিলেও ভৰলীয়ে নসহে। আজিকালি যিহে দিনকাল হ'ল, সেইবোৰ প্ৰায় নমনাই হ'ল। কিয় —সেইবাৰ মনত নাই! নাওখন বালিত নলগাকৈয়ে পাৰৰপৰা লৰচৰ নোহোৱা হ'ল। কিবা চহৰা মাৰি ধৰাদি ধৰিলে। মোৰ মনত খেলালে নিশ্চয় কোনোবা পাগৰ বাহিৰ হোৱা মাইকী মানুহ নাৱত উঠিল। তেতিয়া মই চিঞৰি দিলোঁ, 'কোনোবা তেনেকুৱা মানুহ আছা যদি নামা। ৰাইজক দিগদাৰিত নেপেলাবা।' কেলেই? স্নুৰ-সুৰকৈ সেই দেচুৱালী মানুহজনী লগতে মতা মানুহটো নামি যোৱা নাছিল জানো? লগে লগে উফাল মাৰি নাওখন চলি যোৱা জানো তোমাৰ মনত নাই?"

"দদা, সেইবোৰ যিয়েই নহওক, মোৰ দুকুৰি বছৰীয়া ঘাটৈ জীৱনত কিন্তু চেকা পৰিল। যাৰ কপালত যি আছে হ'বই— মৃত্যুত আমাৰ হাত নাই। এতিয়া মোৰ চিন্তা নিজে সাৰি এই মানুহখিনিক জেল-জৰিমনাৰ পৰা সৰুওৱা। এইবোৰ লেঠাৰপৰা উঠিলে মই আৰু ঘাট নেডাকো, ভৰলী গোসাঁনীয়ে সন্ত শৰ্মাক ঘাটৈ হিচাপে বিচৰা নাই। ভৰলীৰ পানী খাই, ভৰলীৰ বতাহ লৈ আজি দুকুৰি বছৰে ইয়াতে কটালোঁ। বয়সো তিনিকুৰি সাত বছৰ হ'লহি। ভাবিছিলোঁ ভৰলীৰ পাৰতে জীৱনৰ বাকীডোখৰ শেষ কৰিম। গোসাঁনীয়ে নিদিলে।"

"আপুনি নেথাকিলে আমিও নেথাকোঁ। আপোনাৰ লগত অতবছৰে যুঁজি অহা অনন্তসিং মহলদাৰে ঘাট ল'ব। আমি কাম নকৰোঁ দেউতা। ঘাটৈ দেউতা নহলে ভৰলীঘাট ঘাট হৈ নেথাকে। বৰ ডাঙৰ বদনাম হ'ল। ভোগৰাম গুৰিয়ালৰ ল'ৰা কণ্ঠি নাৱত থাকোঁতে নাও ডুবে, মই নেথাকোঁ দেউতা! খেতি কৰিম"—কণ্ঠিয়ে হুকুহুকৈ কান্দি পেলালে।

"আপুনি নেথাকিলে ময়ভি খুটিলৈ গুছি যাম দেউতা!" নৰসিঙে হুম্নিয়াহ পেলায়।

"তহঁত নেলাগে যাব। তহঁতৰ ৰোজগাৰ কেনেকৈ চলিব? মই নেথাকোঁ, মোৰ মন ভাগি গৈছে।"

"ঘাটৈ, সেইবোৰ বাদ দিয়া। এতিয়া আগন্তুক বিপদৰপৰা সাৰা। বিপদ তাৰণৰ নিমিত্তে মই ভৰলী গোসাঁনীলৈ পঠা এটা আগবঢ়াইছোঁ। ভক্তিৰে পূজা ভাগ অহা আঁউসীতে কৰিম—শনিবাৰো পৰিছে। পূজা ভাগ কৰিম, পানীত বুৰি মৰা মানুহখিনিৰো আত্মাৰ সদ্গতিৰ অৰ্থে তাতেই নৈবেদ্য এভাগ দিম। ভৰলীয়ে লওক, নলওক, এইবাৰেই মোৰ ভৰলীৰ শেষ পূজা। তোমাৰ দৰে হয়তো মোৰ ওপৰতো গোসাঁনী বিতুষ্টা।"

ৰাতি ন বজালৈকে কণ্ঠি নোযোৱা দেখি সোণপাহীৰ চিন্তা



লাগিল। সোণপাহীয়ে ভৰলীত নাও বুৰাৰ কথা শুনিছিল। কোনো মাইকী মানুহ সিহঁতৰ গাওঁৰপৰা তালৈ যোৱা নাই দেখি তায়ো যোৱা নাছিল। ঘৰতে ইচাট্-বিচাট্ কৰি আছিল। তাই-খবৰ পাইছিল—মানুহ বহুতো বুৰিলে; কিন্তু নাৱৰীয়াহঁতৰ একো হোৱা নাই। কণ্ঠি আহিব আহিব বুলি বাটলৈ চাই থাকোঁতে উধাতু খাই কণ্ঠিৰ সম্বন্ধীয় ভায়েক চন্দ্ৰই মাত দিলেহি,—"নবৌ, পুলিচ, মিলিটেৰীৰে ঘাট ভৰি পৰিছে। ককাইদেউহঁতক হেনো থানালৈ নিব।"

"থানালৈ নিব! সঁচাকৈয়ে ককয়েৰাক পুলিচে ধৰিলেনেকি?" ককায়েৰাই নাওহে চলাইছিল, মানুহ নিজে মৰা নাই নহয়। ভৰলী গোসাঁনীয়ে মানুহ ললে ককায়েৰাই কৰিব কি? ঘাটৈ দেউতাই বা কৰিব কি?"

চন্দ্ৰ! মই তোমাৰ লগতে ঘাটলৈ যাওঁ।" এই বুলি ঘৰৰ পিন্ধা সাজযোৰেৰে সোণপাহী বাট পালেহি।

"ককাইদেৰে যদি খং কৰে?"

"নকৰে, মই যামেই চন্দ্ৰ।"

আগে আগে চন্দ্ৰ আৰু পিছে পিছে সোণপাহী ভৰলীৰ পাৰে পাৰে আহি ঘাট পালেহি। ঘাটত আটাইবোৰ যেন মাৰিশালিৰপৰা অহা মানুহ। ঘাটৈ, বোধনদেউ, নৰসিং সকলোৱে তলমূৰকৈ গধুৰ মনৰে পাৰৰ কাঠ দুডালত বহি আছে, এডালত ঘাটৈ আৰু বোধন-দেউ আৰু আনডালত কণ্ঠি, নৰসিংহঁত।

ভৰলী নীৰৱ। ক'ৰবাত ডাঙৰ মাছ এটাই ভৰলীৰ বুকুত জাপ-মৰাৰ শব্দ হ'ল। দূৰণিত মৰা চৰাই এটাই চিঞৰ এটা মাৰিলে। সোণপাহীৰ বুকুখন চিৰিং কৰি উঠিল।

"হয়নে তোমালোকক ধৰিবলৈ বোলে পুলিচ আহিছে?"

"ৰাতিখন তই কিয় আহিলি?"

"ৰাতিখন নাহি পাৰোনে? তোমালোকক পুলিচে নিব, মই বাৰু ঘৰত কোনটো সতে বহি থাকোঁ?"

বহাৰপৰা কন্থিয়ে ক'লে, "পুলিচে আমাক থানালৈ নিনিয়ে। ইয়াতে সকলোকে জামিন লোৱাৰ ব্যৱস্থা মৌজাদাৰ দেউতাহঁতে কৰিলে। তই যাগৈ সোণপাহী, আমি আজি কোনো ঘৰলৈ নেযাওঁ।"

ভৰলীৰ পাৰৰ পৰিবেশ আৰু ঘাটৈ, কন্থিহঁতৰ মুখবিলাক দেখি সোণপাহীয়ে হুকহুকৰ্কৈ কান্দি পেলালে। ভৰলীৰ পাৰৰ বাঁহনিডৰাত কান্দোনৰ প্ৰতিধ্বনি উঠিল। কোনোৱা পুত্ৰহাৰা মাতৃয়ে সোণপাহীতকৈ বেছিকৈ হুবাওবাৰে কেইঘণ্টামানৰ আগতে এই ভৰলীৰ পাৰতে কান্দি গ'ল। সেই কান্দোন হয়তো ভৰলীৰ গভীৰ তলিত চিৰ-নিদ্ৰিত পুত্ৰই নুশুনিলে।

"আই অ' নেকান্দিবি। সকলো ভাগ্য, গোসাঁনীৰ মহিমা। তই যাগৈ।" ঘাটৈয়ে সোণপাহীৰ ফালে চালে। ঘাটৈ দেউতাৰ নিৰ্দেশত সোণপাহী চন্দ্ৰৰে সৈতে ঘৰলৈ উভতিল। ভৰলীৰ পাৰত মৃত আত্মাই বিচৰণ কৰিলেও সোণপাহী আৰু চন্দ্ৰই ভয় নকৰিলে। দুয়ো ঘৰ পালেহি, কিন্তু খোৱা-বোৱা নহ'ল। অশান্ত পাটীত সোণপাহীয়ে চকু মুদিলে যদিও, চকুৰ পাহি জাপ নেখালে। সিটো কোঠাত চন্দ্ৰয়ো ইচাট্-বিচাট্ কৰি কটালে। চিলমিলকৈ টোপনি আহিব খুজিলেও কিবা আতঙ্কই বুকু কঁপাই তোলে। ভৰলীৰ পাৰৰ কোনোবা দুবৰিৰ উলুৱনিত ফেউৰা এটাই বৈ বৈ বিকট চিঞৰ মাৰিলে, বায়নৰ ঘৰৰ কুকুৰটোৱে ভৰালৰ সমুখৰ খেৰ দ'মৰ মাজৰ-পৰাই তাৰ প্ৰতিবাদ জনালে।

## তিনি

'জী উঠ পো উঠ' বুলি সোণপাহীহঁতৰ বাৰীৰে কঠালজোপাত ফেঁচা এটাই মাতি লৈ কুৰুলি দিলে। দূৰণিত মিছিংগাৱঁত মতা কুকুৰাৰ মাত শেষ হ'ল। কিছুমান চৰাই একেলগে ডৌকা কোবাই উৰি যোৱাৰ শব্দ হ'ল। ৰাতি পুউৱাৰ উমান পাই সোণপাহী বাহিৰ ওলাই আহিল। ভাবিলে, কন্থি হয়তো সোনকালে আহিব পাৰে। ওচৰৰে ঘাটতে জোবোৰাটো মাৰি পানী একলহ লৈ আহি সোনকালে চাহ-জলপানৰ দিহা কৰিব লাগিব। লৰালৰিকৈ চোতাল-ঘৰ সাৰি সোণপাহীয়ে ওচৰৰে সুমলাকে লগত লৈ নৈৰ ঘাটলৈ ওলাল। বাৰীৰ পিছফালেদি নৈৰ ঘাটলৈ ওলাওঁতে সোণপাহীৰ মনত নানান কথা খেলালে—'কালি ভৰলীত বাৰু, কি অঘটনটো ঘটি গ'ল; কন্থিৰ যদি কিবা জেল-জৰিমনা হয় তেতিয়া তাই কি কৰিব? ঘাটৈ দেউতা আছে নহয়; ঘাটৈ দেউতাইনো তাইৰ মানুহটোক বিনা দোষত জেললৈ যাবলৈ দিবনে'? সুমলাৰ লগত ভৰলীৰ ঘটনাৰ কথা পাতি যাওঁতে সোণপাহীয়ে উলুৰ মুঢ়া এটাত উজুটি খালে। অকণমান দুখ পালেও সেই দুখলৈ সোণপাহীয়ে কাণ নকৰিলে।

অলপমান বালি পাৰ হৈ সোণপাহী আৰু সুমলা দুয়ো ভৰলী পালেগৈ। কালিৰ ঘটনাৰ পিছত যেন ভৰলী শুয়েই উঠা নাই। দূৰণিত ডাঠ চেলেং এখনৰ দৰে কুঁৱলীৰ আৱৰণ এটা দেখা পালে। কুঁৱলি ভালকৈ পৰিবলৈ আৰম্ভ কৰিছেহে।

পাৰৰ শিলত দুখন-এখন কাপোৰ খচা মাৰি নৈত জোবোৰা মাৰিবলৈ ধৰোঁতে সোণপাহীয়ে দূৰণিত কাঠৰ টুকুৰা এটাৰ ওপৰত কিবা এটা দেখিলে। কাঠৰ টুকুৰাটো উটি আহি ৰাতিতে পাৰত লাগিছিলহি। ভয় আৰু ব্যগ্ৰতাত সোণপাহী আৰু সুমলাই কহুৱাৰ

মাজে মাজে সেই ফাললৈ আগবাঢ়িল। কাঠডালৰ ওচৰ পাই দেখে এজনী চাৰি-পাঁচ বছৰীয়া ছোৱালী কাঠডালতে "এখন কাপোৰেৰে বান্ধি থোৱা আছিল। কান্দি-কাটি ছোৱালীজনী ভাগৰ আৰু ভয়ত প্ৰায় চেতনহীন হৈ পৰিছিল। নিজৰ বুকুৰ সন্তানক বচাবৰ শেষ চেষ্টা কৰি কোনোবা মাতৃয়ে হয়তো ভৰলীৰ বুকুত আশ্ৰয় ললে। মাতৃৰ হয়তো ক্ষীণ আশা আছিল দুয়ো বিপদৰপৰা পৰিত্ৰাণ পাব। সন্তানক বচোৱাৰ শেষ চেষ্টাত নিজৰ প্ৰতি যত্নৰ ত্ৰুটি হোৱাত দেহৰ দুৰ্বলতাৰ সুযোগ লৈ কালে হয়তো মাতৃক সন্তানৰ কাষৰপৰা আঁতৰাই লৈ গ'ল। নিয়তিৰ গুৰিত, ভৰলীৰ গুৰিত, এক মাতৃৰ পৰাজয় ঘটিল আৰু হয়তো পৰাজয় ঘটিল কোনোবা এক অজান পিতৃৰো।

সুমলা আৰু সোণপাহী চক্ খাই উঠিল। এটা যেন নোহোৱা নোপোজা কথা! সোণপাহী লাহে লাহে পানীলৈ নামি গৈ কাঠ-ডোখৰৰ ওপৰৰপৰা ছোৱালীজনী বান্ধ খুলি নমাই আনিলে। বুকুৰ টিপ্‌লিং টিপ্‌লিং শব্দটোৰ বাহিৰে হাত-ভৰিৰ সাৰ-সুৰ নাই। সোণ-পাহীয়ে কান্ধত ছোৱালীজনী পেলাই লৈ সুমলাৰে সৈতে ঘৰলৈ লৰ দিলে। সোণপাহীয়ে সুমলাৰে সৈতে ছোৱালীজনী জুই ধৰি সেকাত লাগিল। তেল-কুৰ ঘঁহাৰ পিছত ছোৱালীজনীয়ে হাত-ভৰি লৰচৰ কৰিলে। ওচৰৰে পদো বেজে আহি দোল-ফহতি এডালো দিলে। ৰাতিপুৱা মৰাণকুৰি গাৱঁত হুলস্থূল লাগি গ'ল। সোণ-পাহীৰ ঘৰৰ চোতাল গাৱঁৰ মানুহৰে ভৰি পৰিল। কোনোৱে ক'লে, "সোণপাহীয়ে ছোৱালীজনী পাইছে সঁচা, গ্ৰাহক ওলাব লৈ যাব।" কোনোৱে ক'লে, "পুলিচেই লৈ যাব নহয়।" জাপৰী-বাইয়ে কুঁজা-কুঁজিকৈ আহি ছোৱালীজনী জুমি-জামি মেলখাই যোৱা এধানিমান খোপাটি বান্ধি বান্ধি ক'লে—"সাইলাখ গোসাঁনী যেন ছোৱালী। "ওহোঁ, মোৰ হ'লে মনে ধৰা নাই। ছোৱালীজনী নৰ-মনিচ নহয়। এইবোৰ কিবা ভৰলীৰ মায়াহে। আমাৰ গাৱঁলৈ



কিবা মাৰি-মৰক আহিব যেনহে পাইছোঁ। হঁয়ে সোণপাহী! তই ভাল কাম নকৰিলি। য'ৰে বস্তু তেতে এৰি আহিব লাগিছিল।" জাপৰী বাইৰ কথাষাৰ শুনি কেইবাজনো বয়সীয়া লোকৰ দুই-এজনে শলগাৰ নিচিনা কৰিলে। চোতালত গোটখোৱা ডেকা-গাভৰু মখাই জিক্-জিকাই উঠিল—"যোৱা যোৱা বাই, সেইবোৰ নোহোৱা নোপোজা কথা নক'বা। দেখ দেখ তেজ-মঙহৰ ছোৱালী এজনী ভৰলীৰ মায়া হ'ল।" জুমৰ মাজৰপৰা হৰি মণ্ডলে মাত লগালে—"ভালেই হৈছে, ভগৱানৰ বস্তু ভগৱানে দিছে, তাইৰ ল'ৰা-ছোৱালী নাই—তাইৰ হে কপাল ফুলিছে এতিয়া। তায়ে তুলি-তালি লওক।"

ৰাতিপুৱা ঘাটতে চাহ এটোপা খাই কণ্টিয়ে এটা গধুৰ মন লৈ ঘৰলৈ উভটিল। ভৰলীৰ পাৰে পাৰে আহিছে যদিও তাৰ ভৰলীলৈ চাবৰ মন যোৱা নাই। কালি তাক ভৰলীয়ে বিশ্বাসঘাটকতা কৰিলে। এইখন ভৰলীতে গামোচা পিন্ধাৰ দিনৰেপৰা কিমান সাঁতুৰি-নাদুৰি কটালে—তাৰ বাপেক, তাৰ ককাক এই ভৰলীৰ পাৰতে ডাঙৰ হৈ জীৱনত সুখ-দুখৰ দিন কটাই চিৰদিনৰ কাৰণে চকু মুদিলে। ক'তো সিটো শুনা নাছিল—ভৰলীৰ বুকুত নাও-বুৰাৰ কথা—আজি সি নিজে দেখিলে—নিজে দেখিলে নহয়, নিজৰ জীৱনত ঘটিলে। বাপেকৰ দিনৰ বঠাপাত হাতৰ মুঠিত লৈ আহি থাকোঁতে সি যেন কল্পনা কৰিলে,—সেই দুটা হাত তাৰ নহয়—তাৰ বাপেকৰ—দৃঢ়মুঠিৰে বঠাৰ গুৰিত ধৰি তাৰ বাপেকে যেন কৈছে—'তই নিৰাশ হৈছ কিয়? কপাল চিনি পাৰ, এইয়া তোৰ কপাল। কপালত যি আছে ঘটি যায়। বহুত মানুহৰ কপালত কালিৰ ঘটনাকে লেখা আছিল। ভৰলীত মানুহ মৰিল বুলি তই তোৰ কাম নকৰিবিনে? মৰণে জানে। ভৰলীত মানুহ ইপাৰ-সিপাৰ হোৱা বন্ধ কৰিব পাৰিব? কামৰ মানুহ কামলৈ যাবই।' সঁচাই, সিতো জানেই, কালি হৈ যোৱা ঘটনাৰ

পিছতে ডি-চি, ভাগৰতী আৰু ভালেখিনি মানুহ সেই একেখন ভৰলীতে নাৱৰে পাৰ হৈ আহিছিল। ক'তা, সেইখন নাৱৰতো মেচিন বন্ধ হৈ যোৱা নাছিল। এইবোৰ ভাবি-গুণি আহি থাকোঁতে ভৰলীৰ পানীৰ বঙা বং সানি বেলিটো ভালেখিনি উঠিল। ভৰলীৰ পাৰৰ বিলৰ মাজে মাজে নল-খাগৰি খাই চৰি ফুৰা ম'হৰ টিলিঙাৰ মাত তাৰ কাণত পৰিল। মাকক বিচাৰি নেপাই তাৰ সমুখত শিমলু এজোপাৰ তলত হেম্বেলাই থকা গৰু-পোৱালি এটা তাৰ চকুত পৰিল। নতুনকৈ জগা পোৱালিটোলৈ তাৰ মৰম লাগিল। মাকক বিচাৰিবলৈ সি পোৱালিটো গৰুৰ জাকৰ পিনে ঠেলা মাৰি দিলে। সি নেজানে গৰু-পোৱালিটোৰ মাক আছেনে নাই। তাৰ মনত খেলালে কিজানি কালিৰ দুৰ্ঘটনাৰ দিনতে এই পোৱালিটোৰ মাক-জনীক বাঘে খালে। পোৱালিটো দৌৰি গৈ এজনী চেউৰী গৰুৰ কাষ চাপিলগৈ। চেউৰী গৰুজনীয়ে পোৱালিটো শুঙা মাৰিলে। মুখখন ঘূৰাই দিলেও পোৱালিটোক খোচমাৰি নিদিলে। সি পিছলৈ ওহাৰ বিচাৰিলে। অনভ্যস্ত চেউৰীজনীয়ে লাথি নেমাৰি ঠেং এটা দাঙি বৈ পোৱালিটোলৈ চালে।

দূৰণিৰপৰাই সি তাৰ ঘৰৰ চোতালত বহুত মানুহ গোটখোৱা দেখিলে। কণ্ঠিয়ে পানীপচাত বঠাপাত থৈ সকলো কথাৰ গম ললে। কোনোৱে ক'লে,—"তোৰ কপাল ফুলিল কণ্ঠি।" কোনোৱে ক'লে, "তোৰ ঘৰত লখিমী সোমাল। তইঁতৰ ল'ৰা-লুৰি নাই যেতিয়া ভালেই হৈছে, তুলি-তালি ল।" জুমৰ মাজৰপৰা কাৰবাৰ মাত শুনা গ'ল—"সৰুৰেপৰা তুলি-তালি ডাঙৰ-দীঘল কৰিলে পেটৰ পোৱালিৰ দৰে মাত দিব নহয়।" পিৰালিত বহি থকাৰপৰা সইতী বুঢ়ীয়ে মাত লগালে, "এ, থোৱা দেও, পেটৰ পোৱালিৰে আজিকালি আইস পাবলৈ নাই। তাতে আকৌ অচিন কাঠৰ থোৱা। ইফালে ছোৱালী, কি তবাবহে? ল'ৰা-পোৱালি অকণ হোৱা হলেও জহন-তহন। মোৰ কিন্তু মনটো এতিয়াও গোন্ধাই আছে, নৰ-মনিচ



হয়নে নহয় জানোঁ!" জাপৰীবাইয়ে হাচতিৰপৰা খুন্দা তামোল অকণ উলিয়াই মুখত ভৰাই ক'লে।

বহুতে আকৌ কণ্ঠিক কালিৰ ঘটনা সুধি বিব্ৰত কৰিলে। কালিৰ ঘটনাবোৰ সম্পৰ্কে যিমানেই তাক সোধে তিমানেই তাৰ মনটো গধুৰ হৈ পৰে। সি যেন মানুহ জুমৰ মাজৰপৰা আঁতৰি যাব।

লাহে লাহে কণ্ঠিৰ ঘৰৰ চোতালৰপৰা মানুহ ভাগিবলৈ আৰম্ভ কৰিলে। দুই-এক আপোন মানুহৰ বাহিৰে সকলো গুছি গ'ল। এটা হৰ্ষ আৰু বিষাদৰ ভাব লৈ সি ভিতৰ সোমাল। 'এজনী বগা ধুনীয়া ছোৱালী। কোনোবা ভাল মানুহৰ ছোৱালী হ'ব, পায়'—সি মনে মনে ভাবিলে। গা-ধুবলৈ সুমলাৰে সৈতে যাওঁতে কেনেকৈ ছোৱালীজনী পালে সোণপাহীয়ে বিবৰি ক'লে।

যিখন ভৰলীয়ে কালি তাৰ মনত করুণ স্মৃতিৰ দাগ্ দকৈ বহুৱালে সেইখন ভৰলীৰ গাঁৱৰ ঘাটটিলৈ সি বাৰীৰ পিছফালেদি আগবাঢ়িলে জোবোৰা এটা মাৰি অহাৰ উদ্দেশ্যৰে। ভৰলীক কণ্ঠিয়ে এৰিব নোৱাৰে। কণ্ঠিয়ে কিয়, ভৰলীৰ পাৰৰ ৰাইজে তেওঁলোকৰ হৰ্ষ-বিষাদৰ স্মৃতিৰে ভৰা এই ভৰলীখন এৰা বৰ টান। যুগে যুগে পাৰৰ ঝাও, কহুৱাৰ দৰে তেওঁলোকৰ মনৰ আশা-আকাঙ্ক্ষাবোৰ এই ভৰলীৰ পাৰতে কিমানবাৰ সজাল ধৰি উঠিছে, কিমানবাৰ মৰিছে; তাৰ আদি-অন্ত নাই। ভৰলীৰ বুকুত দুৰ্ঘটনাত মানুহ মৰিল, সেই বুলি সি জানো ভৰলীক এৰিব পাৰিব? তাৰ মনৰ দুখ-অভিমান শাম কটাই সি ভৰলীৰ বুকুত জোবোৰা মাৰিলে। সদায় সাঁতোৰ এটা মৰাৰ দৰে সি আজি সাঁতোৰ নেমাৰিলে। গা-পা ধুই ঘৰলৈ উভতিল। বাটত আহোঁতে বাটৰ কাষৰ চতিয়না জোপাৰ ডাল এটালৈ চকু পৰিল—এহাল কপৌ আৰু এটা পোৱালি। মতা কপৌটোৱে পোৱালিটোক টোপ খুৱাইছে।

# চাৰি

চাহৰ বাটিটোত মুখ দি কঠিয়ে ছোৱালীজনীলৈ চাই ক'লে, —"বৰ ধুনীয়া ছোৱালী অ'। কোনোবা ভাল মানুহৰে সন্তান হ'ব পায়। বেচেৰা মাক-বাপেক ছাগৈ ভৰলীত কালি জাহ গ'ল। ক'ব ছোৱালী ক'ত উঠিলহি।"

"যৰেই নহওক বা যাৰেই নহওক, মই হ'লে তুলি-তালি ল'মেই। আমাৰ ল'ৰা-ছোৱালী প্ৰভুৱে নিদিলে—এইজনী ছোৱালীকে তুলি-তালি ল'লে কিমান ভাল লাগিব। ভৰলীয়ে আমাক লখিমীহে দিছে দেই।" এই বুলি গাখীৰ আৰু জলপান অলপ সানি খুৱাই মুখখন ধুৱাই গাওঁবুঢ়াৰ ঘৰৰপৰা ছোৱালীজনীলৈ পিন্ধাবলৈ দি পঠোৱা ধোৱা পুৰণি ফ্ৰক এটা পিন্ধাই সোণপাহীয়ে কয়। সোণ-পাহীয়ে ছোৱালীজনীক হেপাহৰে চুমা এটা খালে। ছোৱালীজনীয়ে মুখলৈ চাই অচিনাকি যেন দেখি মুখখন আঁতৰাই নিলে। তাই, সোণপাহী, চন্দ্ৰ, কঠি, সুমলা, কাৰো মুখ চিনি নেপাই কান্দি উঠিল। প্ৰথমবাৰৰ কাৰণে মাকক বিচাৰি কন্দা মাতত নেপালী ভাষাৰ মাত ওলাল। ভৰলীয়ে সোণপাহীক দিয়া এই ছোৱালীজনী কোনোবা নেপালী পৰিয়ালৰ।

"এটা কথা নহয়, আজি কিন্তু তুমি বুধবৰীয়া হাটলৈ যাব লাগিব। ছোৱালীজনীলৈ এটা চোলা আৰু খাবলৈ কিবা-কিবি ভাল বস্তু আনিবা। এটা ধুনীয়া ফৰক আনিবা দেই।"

"কি ৰঙৰ আনিম, ৰঙা আনিম নে কলপতীয়া নে ফুটফুটীয়া ?"

"যিটো ভাল দেখা তাকে আনিবা। চাবা, অলপ ফুল-জালি থকা। মুঠতে তাইক শুৱাই পৰা হ'ব লাগে।"

"চোলা আনিম, খোৱা বস্তু আনিম, সকলো আনিম। পিছে,



ছোৱালীজনী যদি কোনোবা গৰাকী ওলাই লৈ যায়—পুলিচে যদি আমনি কৰেহি।"

এইবোৰ কথোপকথন কৰি থাকোঁতে কঠিৰ পদুলিমুখত আহি এখন জীপ ৰ'লহি। দাৰোগা, চিপাহী, সন্তৰাম ঘাটৈ, বোধনদেউ আৰু গাওঁবুঢ়া জীপৰপৰা নামিল। পুলিচক দেখি কঠি নকঁপিল যদিও সোণপাহী কিন্তু ভয়ত কঁপিবলৈ ধৰিলে—ভৰলীয়ে এখন বুকু সুদা কৰাৰ দৰে আন এখন বুকুও সুদা কৰাৰ আশঙ্কাত।

আথে-বেথে কঠিয়ে সকলোকে য'তে যি পালে বহিবলৈ দিলে। পুলিচে ছোৱালীজনী উদ্ধাৰ কৰাৰ সকলো আদ্যোপান্ত সোণপাহী, সুমলাৰপৰা ল'লে। ছোৱালীৰ জোখ, মাখ, বৰণ, গালত থকা মাহটো পৰ্যন্ত বিৱৰণীত লিখিলে। দাৰোগাই লিখি থকাৰপৰাই ক'লে,— "ছোৱালীজনীৰ নিশ্চয় ওৱাৰিচ ওলাব। ওৱাৰিচ ওলালে দিবই লাগিব।"

"ওৱাৰিচ ওলালেও মই নিদিওঁ দেউতাসকল"—তামোলৰ বটাটো দাৰোগাই লিখি-থকা মেজখনৰ ওপৰত থৈ সোণপাহীয়ে ক'লে। "যিটো আয়েন, যেই আয়েনত চলিব লাগিব। মাইকী মানুহে ক'লেই নহ'ব নহয় কঠি!" গাওঁবুঢ়াই গম্ভীৰ ভাবে মাত লগালে।

"আয়েন-কানুনৰ কথা আমি একো নেজানোঁ দেউতাসকল! পুৱাই-পুৱাই, ভৰলী গোসাঁনীয়ে মোক, ল'ৰা-ছোৱালী নাই দেখিয়েই ছোৱালীটি দিছে। দেউতাসকলে ইচ্ছা কৰিলে কিবা এটা কৰি দিব পাৰে।" মূৰৰ খহি যাব খোজা ওৰণিখন অলপ মূৰলৈ সোঁহাতেৰে দাঙি, বাওঁহাতেৰে চাদৰখনৰ পিঠিফাল ঠিক কৰি লৈ সোণপাহীয়ে ক'লে।

"ছাৰে দয়া কৰিলে কিবা এটা কৰি যাব পাৰে।" বিনয়ী সুৰত মূৰ খজুৱাই খজুৱাই কঠিয়ে সোণপাহীৰ কথাকে দোহাৰিলে। সন্ত শৰ্মা, বোধনদেউ আৰু গাওঁবুঢ়াইও সোণপাহীৰ কথাৰ ওপৰতে জোৰ দিলে।

দাৰোগাবাবুৱে লিখি থকা কলমটো হাতলৈ লৈ অলপ আঁতৰি শৰ্মা, বোধনদেউইঁতৰ লগত কিবা কথা পাতিলে। তাৰ পিছত কলমটো সামৰি জেপত ভৰাই গহীন গহীনকৈ ক'লে,—"বাৰু, কোনো ওৰাবিচ নোলোৱালৈকে কঠি তোৰ তাতে ছোৱালীজনী থ'ক। আমি খা-খবৰ কৰিম। ওৰাবিচ নোলালে তহঁতেই ৰাখিবি।"

সোণপাহী আৰু কঠিৰ আনন্দত পাৰ নোহোৱা হ'ল। ছুয়ো যেন হাততে সৰগ ঢুকি পালে। সোণপাহীয়ে চাহৰ কেট্‌লীটো জুইৰ ওপৰত দি আহিছিল। পেৰাৰপৰা উলিয়াই ঘঁহি-পিহি অনা চাৰিটা বানবাটিৰ এটাৰ কলপতীয়া দাগটো নখেৰে এঙুৰাবলৈ যত্ন কৰি ভিতৰ সোমাই দেখে চাহৰ পানী উতলিলেই। দাৰোগা, পুলিচ, গাওঁবুঢ়া আৰু ঘাটৈ দেউতালৈ চাৰিবাটি চাহ বাকি, সোণপাহীয়ে, দি এম্‌-চি সূতাৰে ডাঙৰ পখিলা এটা মাজতে তুলি কাষত 'পতি পৰম গুৰু' লিখা মেজৰ কাপোৰ এখন মেজত পাৰি মেজখন আটাইৰে মাজত থৈ চাহ চাৰিবাটি আনি তাতে দি ভাৱে-ভক্তিৰে সকলোটিকে চাহ খাবলৈ অনুৰোধ কৰিলে। মেজখন অসমান ঠাইত পৰাৰ কাৰণে এটা বানবাটিৰ চাহ ঢোলোকনি খাই 'পতি পৰম গুৰু' লেখা মেজৰ কাপোৰখনৰ গুৰু শব্দটোৰ ওপৰতে অলপ পৰিল। বোধনদেউক চাহ দিবলৈ সোণপাহীৰ সাহ নহ'ল। সোণপাহী ভিতৰলৈ গৈ অলপ পিছতে তামোলৰ বটাটো আনি বাটিকেইটা সামৰি লৈ গ'ল।

দাৰোগা, পুলিচ, বোধনদেউ আৰু ঘাটৈ দেউতাক বিদায় দি হাতত পা-পইচা লৈ কঠি বুধবৰীয়া হাট পালেগৈ। কাপোৰৰ বেপাৰী-হঁতে খেৰৰ চালিৰ তলত কাপোৰৰ টোপোলাবোৰ খুলিছেহে। মাটিকলহৰ বেপাৰীটোৱে বৈ থকা গাড়ীখনৰ খেৰৰ মাজৰপৰা সৰু-ডাঙৰ কলহ-টেকেলিবোৰ নমাই শাৰী-শাৰী কৰিছে। মাছৰ বজাৰত মাছুৱৈহঁতে ছুভাৰ-এভাৰ ধঁৰিয়া মাছ নমাইছে। কালিৰপৰা বতৰ গোমা, ভৰলীত ধঁৰিয়া পৰিছে। গোমা বতৰত ভৰলীত জাৰকালি আৰম্ভণিতে শিলধঁৰিয়া, বোকাধঁৰিয়া আহে। ইয়ো আচৰিত মাছ।



ভৰলী ওলোৱা পাহাৰৰ জান-জুৰিত শিলৰ খোৰোঙত থাকে। ভৰলীৰে এই মাছ সময়ত আহে ভৈয়াম চাবলৈ। দেৱতাৰ মাছ, গোমোৱা বতৰত ভৰলীৰ বাম ঠাইত নল-খাগৰীৰ খুটি-পুতি মাজত এডোখৰ খালি ঠাই ৰাখি নাৱত জোৰ্‌বা পেট্ৰমাক্স লাইট বান্ধি নাৰৰীয়া বৈ থাকে। নল-খাগৰীৰ ওপৰত ফটা-চিটা কাপোৰ তৰে। দেৱতাৰ মাছৰ অভিযান—নল-খাগৰীৰ মাজেৰে বাট থাকিলেও ফটা অশুচি-কাপোৰৰ তলৰে যাব কিয়? গতিকে অভিমানী ধঁৰিয়া জাকে জাকে খালি ঠায়েদি আহে। ভৈয়ামৰ পানীত আৰু ক'ত ফুৰা-চকা হয়! মাচুৱৈৰ পচাৰ খোচত, পলৰ চাবত ধঁৰিয়া নাৱত উঠেহি। খৰালিৰ তেলাল ধঁৰিয়া মাছে ভৰলীপৰীয়া ৰাইজক বাৰিষা ভৰলীয়ে কৰা উৎপাতৰ কথা পাহৰাই দিয়ে।

কঠিৰ মাছৰ বজাৰলৈ যোৱাৰ কাম নাই। ভৰলীত ধঁৰিয়াই পৰক বা কুঢ়ি-চেনিয়েই পৰক সি নাৰৰীয়া মানুহ, মাছ পুঠি এটা পাবই। ভৰলীৰ ঘাটটি এৰি মাছুৱৈ মহলদাৰ কোন কলৈ যাব? গতিকে কঠি কিয়, ভৰলী ঘাটৰ সন্ত শৰ্মাকে আৰম্ভ কৰি নৰসিঙলৈকে কোনেও মাছ নিকিলে। বাওকাৰ কে-কোঁ, কে-কোঁ শব্দ কৰি মাছুৱৈ যোৱা গম পালে ঘাটৈ সন্ত শৰ্মাই ভিতৰৰপৰাই মাত দিব—'আটাইলৈকে পেলাই থৈ যা।' কোনো মাত নাই। ভাৱৰ পাচিৰপৰা মাছ পৰিলেই।

বজাৰত কঠিক পাই নানান জনে ভৰলীৰ ঘটনাৰ কথা সুধিলে। সি যিমানেই এৰাই ফুৰিব খোজে তিমানেই তাৰ পিছত মানুহে জুম বান্ধে। যাক যেনে ভাবে পাৰে তেনে ভাবে সি উত্তৰ দিলে। চাইকলৰ পিছফালৰপৰা পাণৰ টোপোলা ছুটামান আৰু আগফালৰ-পৰা চেনিচম্পা কল ছুআখিমান নমাবলৈ ধৰি ভেলেউ মহৰীয়ে কঠিক দেখি মাত লগালে,—"হয়নে কঠি, তোৰ বোলে দৈৱীয়েৰে কালি ভৰলীত ছোৱালী এজনী পালে। এতিয়া বোলে তহঁতে তুলি-তাল্কি ল'ব খুজিছ? নজনা-নুশুনা ছোৱালী ডাঙৰ-দীঘল কৰাতকৈ তেনে

বুলি জনাহ'লে মোৰে ছোৱালী এপাত দিব পাৰিলোঁহেঁতেন। আগৰ দং দং কৰে ছজনী আছেই, কণা বিধতাই যোৱা বছৰ বহাগতো এপাত দিলে নহয়"—এই বুলি তিনিকুৰি বছৰীয়া ভেলেউ মহৰীয়ে ওপৰশাৰীৰ পাঁচোটা দাঁত সৰা মুখখনৰে গোঁফৰ তলতে হাঁহি মাৰিলে। কথা আৰু হাঁহিত তামোলৰ টুকুৰা কেইটামান মুখৰপৰা ওলাই কণ্ঠিৰ গাত পৰিলহি। চোলাটো জোকাৰি তামোলৰ টুকুৰা কেইটা পেলাই "সেইবোৰ ভৰাই নাছিলোঁ নহয়" বুলি কণ্ঠি আঁতৰ হ'ল।

কণ্ঠিয়ে কাপোৰৰ দোকানীৰ গুৰিলৈ গৈ চাৰি-পাঁচ বছৰীয়া ছোৱালীৰ ফ্ৰক এটা বিচাৰি দিবলৈ ক'লে। দোকানীয়ে এটা ধুনীয়া ফুলাম ফ্ৰক উলিয়াই দিলে। জেপত নিয়া ফটাকানিৰ ৰছীৰ জোখৰে দীঘলটো জুখি কণ্ঠিয়ে ফ্ৰকটো দাঙি ফুলজালিবোৰ পিটিকি চাই নিজকে নিজে ক'লে—'বগা ছোৱালী, কলপতীয়া ফ্ৰক, বুকুত এইয়া ৰঙা-নীলা সূতাৰে ফুল তোলা, শুৱাব।' প্ৰথম ধুনীয়া ফ্ৰকটোৱেই পচন্দ হৈ যোৱাৰ কাৰণে তাৰ বৰ ভাল লাগিল। সোণপাহীয়ে কোৱা নাছিল যদিও ছোৱালীজনীলৈ সি এটা জাঙিয়াও ল'লে। দাম-দৰৰ কথা বৰকৈ নেভাবিলে। সি ভাবিলে, 'যি যায় যাব। ছোৱালী এজনীক নো সি মনৰ জোখাৰে পিন্ধাব নোৱাৰিবনে?'

ফ্ৰকটো আৰু জাঙিয়াটো কাগজ এডোখৰত মেৰাই সি জেলেপী ভাজি থকা মিঠাইৱালাটোৰ ওচৰ চাপিলহি। 'মাখি পৰা পুৰণি মিঠাই নিয়াতকৈ গৰম গৰম ভাজি থকা জেলেপী নিয়াই ভাল' সি ভাবিলে। মিঠাইৱালাৰ, আইনাৰে বেৰা বাকচটোত আধলিটো মান বহলৰ ভগা আইনাদি কেইটামান মাখি আৰু দুটামান বৰল সোমাই খুৰমাত পৰা দেখি পাঠশালা স্কুলত পঢ়া কথা আষাৰ তাৰ মনত পৰিল,—'মাখিয়ে ৰোগৰ বীজাণু বিয়পায়'। তেনেহলে সি কেচুৰা ছোৱালীজনীলৈ মাখি পৰা বস্তু কিয় নিব? সি মনে মনে গুণা-গঁথা কৰি এটকাৰ গৰম জেলেপী ললে। মিঠা-পাণ বেচা পাণৱালাটোৰ গুৰিলৈ গৈ সি দুখন খিলি পাণ খুজিলে।



"কিয়া দেগা, মিঠা কি জৰ্দা?"

"এক মিঠা, এক জৰ্দা।"

জৰ্দাৰ খিলি পাণখন মুখত ভৰাই পাণৰ ঠাৰিৰে অকণ চূণ লৈ আঙুলিৰে দাঁতত লগাই সিখন খিলি পাণ কাগজ এখনত বান্ধি ললে সোণপাহীলৈ। মিঠা খিলি পাণলৈ সোণপাহীৰ দুৰ্বলতা আছে। কণ্ঠি বজাৰলৈ গ'লে কেতিয়াবা মিঠা পাণ আনিবলৈ পাহৰিলে সোণপাহীৰ মুখখন ওফন্দি গঙ্গাটোপ যেন হয়। বেলি কেৰা দুপৰ হোৱাৰ লগে লগে সি ঘৰলৈ উভতিল। আহোঁতে বাটত ফ্ৰকটো আৰু জাঙিয়াটো গছ এজোপাৰ তলত জিৰোৱাৰ সময়ত সি আকৌ খুলি চালে—'বগা ছোৱালীক কলপতীয়া ফুট-ফুটীয়া ফুলাম চোলাই ভাল শুৱাব।' সি মনক দৃঢ়ভাবে বুজাই কাপোৰৰ টোপোলাটো আকৌ সামৰি ঘৰমুৱা হ'ল। ৰাস্তাৰপৰা তাৰ চকু পৰিল এজনী মাগুৰ বৰণীয়া সৰু ছোৱালীক বগাকৈ বাপেক এজনে আগফালৰ পিৰালিতে বজাৰৰপৰা নিয়া হালধীয়া ফ্ৰকটো পিন্ধাইছে।

## পাঁচ

ভৰলীৰ পাৰত বছৰ বাগৰে। গড়া খহনীয়াই গাওঁ ভাঙে, বাৰিষাৰ ভৰলীয়ে পথাৰত মেটেকা পেলায়, খৰালি চকুৰে নমনা-লৈকে দেখা পাবৰ কঁহুৱাবোৰ বাৰিষা থাউনি নোপোৱা পানীত যেন ককৃবকাই থাকে। মৰণাকুৰি গাৱঁৰ মূৰৰ বুঢ়া শিমলুজোপা ভৰলীয়ে সামৰি ললে। বয়সৰে বুঢ়া শিমলুজোপাৰ দৰে ভৰলীৰ পাৰত বহু যুগৰপৰা মূৰ দাঙি থিয় দি থকা বহুতো পৰিয়ালৰ ঘৰ-বাড়ী ভৰলীৰ বুকুত জাহ গ'ল।

বাৰিষাৰ ভৰলীৰ প্ৰচণ্ড গতি দেখিলে আটাইয়ে গুণা-গঁথা কৰে,—'ন-মাটি ভাঙি ঘৰ-তুৱাৰ সাজিব লাগিব'। নামঘৰত মিটিং বহে। জিলাৰপৰা স্থানীয় ৰাজবংশী উকীল আহে, কাকতি, বৰ ঠাকুৰ, ভূঞা, বৰা আহে। ৰাজনৈতিক নেতাসকলৰ দলৰ নীতি লৈ দৃষ্টিভঙ্গীও বেলেগ বেলেগ। কোনোয়ে কয়—'চাহ বাগিচাৰ পতিত মাটি ভাঙো', কোনোৱে কয়,—'ৰিজাৰ্ভত বহো', কোনোৱে কয়,—'এঘৰ-তুঘৰকৈ ইখন সিখন গাৱঁত সিঁচৰতি হৈ বহোঁ' ইত্যাদি। খৰালিত ভৰলী শান্ত হয়, মেল-মিটিঙো শাম কাটে। পলস পৰা ভৰলীৰ পাৰত সৰিয়হ ফুলাদি মনবোৰ জাকি-মাৰি ফুলি উঠে। ভৰলীপৰীয়া বাইজে বাঘ ভেটে, বাৰে চহৰৰ ভাওনা পাতে, বিহুমেলা পাতে।

ভৰলীৰ ঘাটত ইপাৰ-সিপাৰ মাৰ-নাও চলে। কণ্ঠিয়ে মেচিন চলায়, নবসিং, শুকদেউ, দেউধন, হলঙাহঁতে নাও বান্ধে, নাও মেলে, পইচা লয়। যাত্ৰী নামে, উঠে। সন্তৰাম ঘাটৈয়ে আগৰদৰে হোকা হোপে, বোধনদেউ আহে। ভৰলীঘাটৰ পুৰণি করুণ স্মৃতি সজাগ হৈ ব'ল—ঘাটৈকে কেন্দ্ৰ কৰি এই কৰ্মৰত মানুহখিনিৰ মাজত।



ভৰলীৰ পাৰত নতুন স্মৃতিও জাগিছে। নতুন নতুন নানান ভাষাৰ মানুহ আহিছে। তম্বু-তৰিছে, ভৰলীৰ পাৰ জুখিছে, পানী জুখিছে। লাহে লাহে ভৰলীৰ পাৰত কৰ্মব্যস্ততা আহিছে এটা নতুন যুগক আদৰি লবলৈ। বছৰে বছৰে ভৰলীয়ে মথাউৰি ভাঙিছে। আকৌ বান্ধিছে, লাখে: লাখে টকা খৰচ হৈছে। কোনোবা ঠিকাদাৰৰ ডাঙৰ ঘৰ উঠিছে। আলউদ্দিনৰ আচৰিত চাকিৰ পোহৰত কোনোবা নকৈ সোমোৱা ইঞ্জিনিয়াৰ, অভাৰচিয়াৰেই লাখটকীয়া ঘৰ সাজিছে, নতুন গাড়ীত ন-কইনা বহুৱাইছে। ভৰলীৰ মথাউৰিৰ দায়িত্বত থকা কোনোবা অবিবাহিত ইঞ্জিনিয়াৰৰ ন-গাড়ী, ন-ঘৰ দেখি হয়তো কোনোবা এম-এল-এই নিজৰ ছোৱালীজনী দিয়াৰ কথা ভাবি গৃহিণীক কৈয়েই পেলাইছে,—"ল'ৰাটো বেচ ভালহে, পা-পইচা আছে, গাড়ী আছে, তু'পইচা বাহিৰাও আছে, জাতৰ অলপ উনৈশ-বিশ হলেনো আজিকালি কিটো হ'ব? আজিকালি এইবোৰ চলিছেই।" গৃহিণীয়ে হয়তো কৈছে,—"মাতিবচোন ল'ৰা-জনক আমাৰ ঘৰলৈ, চা-চিনাকি হ'ম।"

ৰাইজলৈ ভৰলীত তুখ-তুৰ্গতিৰ কাৰণে বান আহে আৰু তাৰ লগে লগে সুখ-সমৃদ্ধিৰ কাৰণে তাৰ ঠিকাদাৰ, ইঞ্জিনিয়াৰ, অভাৰ-চিয়াৰ, মহৰীলৈকে ধৰি বহুতলৈ টকাৰ ঢল আহে।

ভৰলীৰ নাও তুৰ্ঘটনা মকৰ্দমাৰ শেষ হওঁতে ভালেদিনো লাগে। কণ্ঠিৰ তুবিঘা ৰূপিত মাটি বন্ধকত গৈছে। ঘাটৈয়ে টকা খৰচ কৰিছে যদিও কণ্ঠিয়ে নিজাকৈয়ো খৰচ কৰিব লগা হৈছে। জিলালৈ সাক্ষী-বাদীয়ে অহা-যোৱা কৰোঁতে, উকীলক দিওঁতে, পুলিচক দিওঁতে, কেৰাণী-মহৰীক দিওঁতে টকা-পইচা ফুটা কলহৰে পানী যোৱাদি গৈছে।

তুবছৰ জিলালৈ অহা-যোৱাৰ পিছত এদিন সন্তৰাম ঘাটৈয়ে জিলাৰপৰা আহি ভৰলীৰ ইটো পাৰত ভৰি দিয়াৰ লগে লগে প্ৰায় চিঞৰি কোৱাদি ক'লে,—"হেৰ শুনিছহঁতনে! আমি খালাচ

পাইছোঁ। মই সিদিনা আমাৰ উকীলৰ জেৰাতেই গম পাইছোঁ। চৰকাৰী উকীলৰ মাত নোহোৱা কৰিলে নহয় একেবাৰেই। আৰু এটা কথা। নাওখন কিবা তহঁতে ভবলীত বুৰাওঁ বুলি বুৰাইছনে?" কহি, হলঙা, নৰসিংহঁতে ঘাটৈক বেৰি ধৰি কথাবোৰ শুনিলে। সিহঁতৰ মূৰৰপৰা ডাঙৰ বোজা এটা যেন সৰি পৰিল।

সঁচাকৈয়ে সেই বছৰ সন্ত শৰ্মাই ঘাট নেডাকিলে। অনন্ত সিঙে গোঁফত টাও দি ডাক বঢ়াই লৈ গ'ল। ভবলীপৰীয়া বাইজৰ কাৰো সাহ নহ'ল অনন্ত সিঙৰ ডাকতকৈ ওপৰলৈ উঠাব। বৰগাং, ডিক্ৰং আদি ঘাটৰ উপৰিও অনন্ত সিং অধিকাৰী হয় ভবলী ঘাটৰো।

সন্ত শৰ্মাই ঘাট এৰিলে। ভবলীৰ পাৰত এদিন কোনেও নেদেখাকৈ সন্ত শৰ্মাই চকুলো টুকিলে,—"ভবলী মাই, তুমি মোৰ জীৱনত মচিব নোৱৰা ক'লা দাগ দিলা।" ভবলীৰ পানী এচলু মুখত দি মূৰত হাতটো সানি এদিন সন্ত শৰ্মা নিজৰ ঘৰলৈ বুলি বাচত উঠিল। কহি, হলঙা, নৰসিংহঁতে ঘাট এৰিব লগা হ'ল।

ভবলী এবাৰ লগে লগে সন্ত শৰ্মাক লক্ষ্মীয়ে এৰিলে। চৰকাৰী বাচ আহিল। তেজপুৰলৈ চলা সন্ত শৰ্মাৰ বাচ দুখনো অচল হৈ গ'ল। ঘাট, বাচ সংক্ৰান্ত নানান লেন-দেনত শৰ্মাৰ জীৱনৰ আৰ্থিক পাৰটো ভবলীৰ গড়া খহাদি খহি গ'ল। ৰূপিত মাটিৰ বহুতখিনি ধাৰৰ বোজাৰ কাৰণে বিক্ৰী কৰিব লগা হ'ল। ভবলী এবাৰ কৰুণ স্মৃতিৰ প্ৰতীক স্বৰূপে থুলন্তৰ দেহাৰ সন্ত শৰ্মাই অচিন ৰোগত বিছনা ললে। জীৱনৰ আবেলি ৰং চেৰেঙা যেন হঠাতেই ক'লা ডাৱৰ এচপৰাই আবৰি ধৰিলে।

বোধনদেউ কেতিয়াবা পাণপুৰকৈ অহা বাচখনত উঠি সন্ত শৰ্মাৰ গুৰিলৈ আহে। এতিয়াও সন্ত শৰ্মাৰ ঘৰত বোধনদেউৰে বছেৰেকীয়া সত্যনাৰায়ণ পূজা কৰে যদিও, আগৰদৰে ভকত-বৈষ্ণৱে চ'ৰাঘৰ, মাৰলঘৰ ভৰি নেথাকে, পিছ-চোতালত পেট্ৰমাক্স নজ্বলে। হাৰিকেন



লেমৰ পোহৰত বোধনদেৱে পূজা কৰে। কোনোবা দুটি-এটিয়ে প্ৰসাদ লয়।

অনন্ত সিঙে সন্ত শৰ্মাৰ দিনৰ মানুহ কাকো নেৰাখিলে। দেচুৱালী নাৰৰীয়াই ঘাট ভৰি পৰিল। নৰসিং খুটিলৈ ওভতে। সৰুতে বাপেক ঢুকুৱা নৰসিঙক, ঘাট এৰি যোৱাৰ পিছৰপৰা দদায়েকে ভাল চকুৰে চোৱা নাই। খুটিৰ উপাৰ্জনৰ ভাগ দিব লাগে বুলি দদায়েকে কেতিয়াবা কয়—"সন্ত শৰ্মা নেথাকিলেও ঘাটত কাম কৰিলে কি দোষ হয়?" দদায়েকৰ বহুত পৰিয়াল, উপাৰ্জনহীন নৰসিঙক দদায়েকে আকোৱালি ল'বলৈ টান পাইছে। নৰসিঙক পইচা লাগে। পইচাৰ আশাত, ঘাটৰ পইচা যি অলপ-অচৰপ আছিল তাৰে জুৱা খেলে। অভাৱে ঘাটৰ নৰসিঙক বদলাই পেলাইছে।

হলঙা মিছিং গাৱঁলৈ উভতিল। উপাৰ্জন নাই, চাঙে চাঙে ঘূৰে। উপাৰ্জন থাকোঁতে তালৈ দিম বোলা ৰকমীক মাক-বাপেকে এতিয়া আৰু তালৈ নিদিয়ে। ৰকমীয়ে বাপেকৰ নতুন সিদ্ধান্তত সমৰ্থন জনাবলৈ সিদ্ধান্ত কৰি মনক বুজনি দিয়ে—'হলঙাই বাৰু মোক এতিয়া কেনেকৈ খুৱাব পিন্ধাব?' বুকুৰ মেথনিখন ওখ বুকুখনৰ ওপৰত টানকৈ বান্ধি, খোপাত ফুল এথোপা গুজি, আলি আই লিগাং উছৱলৈ যাবলৈ ওলায়। তাই ভাবে, 'বহুত দিনৰ মূৰত ঘাটত লগ পাই, ঘাটৰপৰা আগবঢ়াই থওঁতে সি তাইক চুমা এটা খাইছিল। তাকতো তাই কথা দিয়া নাছিল। তাৰ লগততো তাই একো বেইজাতি কৰা নাই। তাইৰ আজিকালি ভাল লগা হৈছে হলঙাতকৈ পাহুৱাল ডেকা পীতসিঙক। সি ইমান সুন্দৰ পেঁপা বজায়। পেঁপাৰ মাতত মিচিং গাওঁখন জিনি যায়। মন কাঢ়ি নিয়া পেঁপাৰ মাত শুনি খৰ-খেদাকৈ পাৰলৈ উঠোতে ৰুকমীয়ে কেইবাৰ কলহৰে সৈতে ভবলীৰ গড়াত পিছল খাইছে। তাই তালৈ একে থৰে চাই থকা পীতসিঙক উদ্দেশি গাইছিল—

হাতীয়ে যে পানী কায় ওলোকা ওলোকে
ময়ে যে পানী কায় কালত
আমি যে কলেঙ ঐ কালৈকে নেযাং ঐ
সদায়ে তাকিমে ঘৰত।

দুই-চাৰি পইচা উপাৰ্জন কৰিবলৈ হলঙাই ঘাটৰপৰা দুই-এপদ বস্তু ইফালে-সিফালে কঢ়িয়াই দিয়ে। এবাৰ এজন সমাজত মুৰ-দঙা লোক সন্ধিয়াৰ আগে আগে ঘাট পাৰ হৈ চুটকেচ এটা হলঙাৰ হাতত দি মিছিং গাৱঁৰ এজন লোকৰ তালৈ যাবলৈ কৈ অলপ পিছে পিছে গৈ আছিল। আবকাৰী বিষয়াই কথাটো গম পাই বাটতে চুটকেচৰে সৈতে হলঙাক আটক কৰে। আচল কানি-বেপাৰী সাৰিল। পুলিচে গ্ৰেপ্তাৰ কৰাত হলঙা আচৰিত হৈ গৈছিল। সিতো পেটৰ দায়িত্বত বস্তুহে কঢ়িয়াইছে! চুৰতো কৰা নাই। সিতো নেজানে চুটকেচৰ ভিতৰত কি আছে। হলঙা আইনৰ বলি হ'ল। আবকাৰী বিষয়াৰ হাতত, টকা এসোপা সুমুৱাই দি আইনক ফাকি দিবলৈও তাৰ হাত খালি। বিচাৰত তাৰ ছমাহ জেল হ'ল।

বিচাৰৰ ৰায়ৰ দিনা কষ্ঠিয়ে তেজপুৰৰ কাছাৰীত হলঙাক লগ ধৰিছিল কাছাৰীৰ লক-আপত। হলঙাই কান্দি কান্দি লক-আপৰ খিড়িকীৰে মাথোন কৈছিল,—"ভৰলীৰ শাও লাগিল কষ্ঠি।" লকআপ ৰখীয়া পুলিচটোৰ অনুমতি লৈ কষ্ঠিয়ে তাক চাহ একাপ আৰু কিবা এটা কিনি আনি খুৱালে। দুয়ো খুব কান্দিলে। কষ্ঠিয়ে তাক বুজাই বঢ়াই লক-আপৰ খিড়িকীৰ ভিতৰলৈ হাতখন সুমুৱাই মুখত হাত ফুৰাই দি ক'লে,—"আমাৰ ভাগ্যবোৰ এনেকুৱাই। কি কৰিবি!"

কষ্ঠিয়ে গুটীয়া নাও এখনৰে চাপৰিৰ মানুহ পাৰ কৰে ভৰলীৰ এৰা সুঁতি এটাত। ভৰলীক সি ইচ্ছা কৰিও এৰিব নোৱাৰিলে। ভৰলীয়েই তাক আৰু এখন মুখ বঢ়াই দিলে। চাপৰিৰ চিনাকি



মানুহে কষ্ঠিকনো কি দিব? নাও পাৰত বান্ধি পইচা লবলৈ ধৰোঁতে কোনোবাটোৰ মুখলৈ চাই দেখে লগা-ভগা মানুহ, কোনোবাটো চিনাকি। কিনো পইচা ল'ব? কোনোবা চাপৰিৰপৰা ওভতোতে মাহ-সৰিয়হ এসেৰ-দুসেৰ পেলাই থৈ যায়।

নাও লৈ কষ্ঠি এদিন এৰাসুঁতি হৈ ঘাই ভৰলীয়েদি ঘাটৰ ফালে উজাই আহি দেখিলে ঘাটৰ কিঁছুদূৰত নতুন নতুন মানুহৰ সমাগম। ইফালে সিফালে লোহা-লক্কৰ পৰিছে। সি শুনিছে ভৰলীত দলং হ'ব। ভাৰতৰ কোনোবা ঠাইৰপৰা ডাঙৰ কোম্পানী আহিছে। দলং হ'ব ঘাটত; আৰু মাৰ-নাও নচলিব। মাৰ-নাৱত বাছ-ট্ৰাক তুলি পাৰ কৰাৰ দিন আৰু উকলি যাব। ভৰলীৰ দলং হোৱা কথাটো সি বিশ্বাস কৰিবলৈ টান পায়। সৰুৰেপৰা ভৰলীৰ অলৌকিক কাহিনী-শুনা ভোগৰামৰ পুতেক কষ্ঠিয়ে ভৰলীৰ কাহিনী উলাই কৰে কেনেকৈ? ভৰলীয়ে, চৰকাৰক জানো ওপৰেদি দলং দিবলৈ দিব? সি ভাবি ভাবি পাৰ নেপায়।

# ছয়

"দেউ ! আপোনাৰ গুৰিলৈ আহিলোঁ ছোৱালীজনীৰ নাম এটা বিচাৰি। গণি-পিতি তাইক নাম এটা দিয়ক।" তামোল-পাণৰ টোপোলা এটাৰে সৈতে আধলি এটা বোধনদেউৰ বহাৰ গুৰিত থকা বটাটোতে থৈ কঠিয়ে মাত লগালে।

"কঠি, তোৰ ছোৱালীৰ নাম কি গণিব পিতিবলৈ আছে? জন্মৰ সময়-চময় ক'বপৰা পাবি? বাৰু, তোৰ ঘৈণীয়েৰে ছোৱালীজনী লৈ পোৱা সময়টোকে লওঁ।" এই বুলি বোধনদেৱে পঞ্জিকাৰ পাত লুটিয়ালে।

ছোৱালীজনী পোৱাৰ এবছৰৰ পিছতো কোনেও খা-খবৰ নকৰা দেখি কঠিয়ে তাইৰ ভাল নাম-ধাম এটা চোৱাই দিয়াৰ ভাব কৰিছিল। তাইক মাজনী বুলি আজি এবছৰে সোণপাহী, কঠি আৰু ওচৰ-চুবুৰীয়াই মাতিছে। বহুত আমনিৰ পিছত লাহে লাহে মাজনীয়ে কঠিহঁতৰ লগত, ওচৰ-চুবুৰীয়াৰ লগত আত্মীয়তা কৰিছে। ওচৰৰে স্কুললৈও কিতাপ-ফলি লৈ অহা-যোৱা কৰিছে। মাজনী স্কুললৈ যোৱাৰ কাৰণে তাইৰ ভাল নাম এটা বৰ আৱশ্যক হৈছিল। সেই কাৰণে কঠিয়ে বোধনদেউৰ কাষ চাপিছিল।

যোৱা এবছৰে কঠি সোণপাহীয়ে নানান অভিসন্ধিৰ মাজত সোমাবলগীয়া হৈছিল এই ছোৱালীজনীৰ কাৰণেই। জাপৰীবাই আৰু সইতী বুঢ়ী দুয়ো মাজে মাজে লগ খালে জাপৰী বাইয়ে ফুচ্-ফুচাই কয়,—"নেদেখিছা, সোণপাহীৰ ভেমটো, ছোৱালীজনী পোৱাৰপৰা তাই ইঘৰ-সিঘৰলৈ বৰকৈ নোযোৱা হ'ল। আমি গ'লেও পীৰাডোখৰ বহিবলৈ দি তামোলৰ বটাটো আগত থৈ কয় —'আই কাটকচোন, মই ছোৱালীজনী গা-পা ধুৱাওঁ'—জাপৰীবায়ে



এই বুলি সইতাবুঢ়ীৰ ঘৰৰ পিৰালিৰপৰা দোখোজমান নামি গৈ তামোলৰ পিক্ এধেৰা চোতালত পেলায়গৈ।

"এ, ক'ব লাগিছেনে? কথাটো ময়ো গম ধৰিছোঁ। সিদিনা মই শাক এমুঠিমান বিচাৰি সিহঁতৰ ঘৰলৈ গলোঁ। তাই কি ক'লে জানা,—'বৰআই, আজি মই কোনোমতেই বাৰীত সোমাব নোৱাৰোঁ। ছোৱালীজনীক জলপান অকণ খুৱাব খুজিছোঁ।' বুজিছানে চাম-ধৰীয়ানী। তাই মোক তামোল এখনকে নিদিলে। বোলোঁ 'আৰ ছিগা চুলি, তাৰ ছিগা চুলি, বান্ধি যাওঁ নেঘেৰি খোপা'। আজি বিয়াৰ আঠ বছৰে ল'ৰা-ছোৱালীৰ মুখ নেদেখিলি, এতিয়া কাঠবাজী-জনী হ'লি কেচুৰা মাইকী!" বুলি কৈ তামোলখনৰ চোক দুঠাত বটাটোৰপৰা ধপাত অকণ লৈ মুখত ভৰাই সইতীবুঢ়ীয়ে জাপৰী-বাইৰ কথাৰ সমৰ্থন জনালে। জাপৰীবাই আৰু সইতীবুঢ়ীয়ে ছোৱালীজনীক কঠি আৰু সোণপাহীৰ পৰা আঁতৰাবলৈ যত্নৰ ত্ৰুটি কৰা নাছিল। পাকে-প্ৰকাৰে কঠিকো জাপৰীবাইয়ে বুজাইছিল,—"কি হ'ব লোকৰ ছোৱালীজনী তুলি ললে। গাভৰু হওকচোন, নেপালী ছোৱালী, খুটিৰ নেপালীলৈ গুছি যাব। ল'ৰা হোৱা হ'লে যহন-তহন। একে নেপালী মানুহ, ফোটা ঠাকুৰৰ ল'ৰা-ছোৱালী নাই তাকে দি দে অ'। তাৰ তিনিজনী ঘৈণীয়েকে ছোৱালীজনীক মাটিত টোপ পৰিবলৈ নিদিয়াকৈ ৰাখিব।"

"এটা কথা নহয় কঠি! ছোৱালীজনী তোৰ ঘৰত কিবা বেয়ালৈহে সোমাল। এই মন কৰচোন, সোণপাহীয়ে তাইক পোৱা দিন ধৰি তোৰ চাকৰি-বাকৰি গ'ল। হয়নে নহয় বাৰু?" নাৰৰ ঘাটলৈ বুলি কঠি ওলাই যাওঁতে বাটৰ কাষৰ আঁহত জোপাৰ তলতে ৰাখি নানান কথাৰ মাজতে তাইক সইতীবুঢ়ীয়ে কলে। দুয়ো বুঢ়ীয়ে আগদাঁত চাৰিটা সোণেৰে বন্ধোৱা ফোটা ঠাকুৰৰপৰা ছোৱালীজনী দিয়াই দিম বুলি গাখীৰ-পানীও ভালেদিন খালে। এইবোৰ কথাত কঠিৰ মন ভাগি যাব খোজে; কিন্তু ঘৰলৈ আহি মা-জনীক

দেখিয়েই তাৰ মনটো বদলি হৈ যায়। সি তাইক সাৰটি ধৰি মৰম কৰে।

বোধনদেউৱে পঞ্জিকা চাই-চিতি চছমাযোৰ কপাললৈ তুলি ক'লে, "তোৰ ছোৱালীৰ আগৰ আখৰ ল বহিছে, মেষ ৰাশি। আজিকালি দিনৰ কথা। নামটো ভাল শুনিলেহে ছোৱালীয়ে পঢ়াশুনা কৰিলে আগলৈ ভাল পাব। আগৰ হলে লতামাই হ'লে চলিলহেঁতেন। আজিকালিলৈ চাই তোৰ ছোৱালীৰ নাম লতাকুমাৰী দাস বা বিষয়া লিখিবি অ'। মাতোতে চমুৱাই মাতিবি লতা বুলি। তাহানি আঘোণা মণ্ডলৰ ল'ৰাৰ আগৰ আখৰ চি বহিছিল দেখি চিপেশ্বৰ কেঁওট দিলোঁ। হাইস্কুল পাছ কৰাৰ সময়তে ল'লে বাপেকক গৰ্‌গৰনিখন —'নাম আৰু নেপালি। চিপেশ্বৰ মানে কি? উদফাই বেমাৰত চিপ লোৱাৰ ঈশ্বৰ নেকি?' বাপেকৰ মাত হৰিল। কেছাৰীত নাম বদলাই ল'লে চন্দ্ৰকিশোৰ বৰুৱা।"

এইবোৰ কথা পাতি থাকোঁতেই মুঢ়াদলৰ মলো গায়নবৰা চাইকলৰ ফুটষ্টেপত ভৰি দি চোতালতে খপৰ-জপৰকৈ নামিলহি ফোঁপাই-জোপাই। চাইকলখন থোৱাৰ লগে লগেই তেওঁ ক'লে যে তেওঁৰ ঘৰৰ পিচফালৰ বেতনিডৰাত পোৱালিৰে সৈতে ঢেকীয়া-পতীয়া বাঘ এজনীয়ে চোং লৈছেহি। আগদিনা ৰাতি হলিৰাম ৰায়েনৰ গোহালীত হালৰ বলধটো মাৰি তেজ পি বেতনিত সোমাল।

"ৰাতিপুৱা বুইছেনে দেউ! মই বাহিৰ ফুৰিবলৈ বেতনিৰ সীমাৰ বাঁহ জোপাৰ ফালেলৈ গৈ ঘটিটো থৈছোঁহে, থৈ দেখোঁ বাঘ-ঢকাৰে ঢকা খাৰৈত পৰি আপোনাৰ আঁৰ হবলৈ বাঘিনীয়ে দুটা পোৱালি পিয়াই আছে। নকৈছোঁ, বাঘিনী হে বাঘিনী—তেনেকুৱা ডাঙৰ বাঘিনী মোৰ জনমত দেখা নাই—" এই বুলি কৈ মলো গায়নবৰাই বাঘিনীৰ দীঘল আৰু ওখৰ জোখ এটা দি ক'লে—"মই কৈছোঁ, অপুনি আছে, মোৰ ফালে চাই যেই গোজৰণি এটা মাৰিলে, মোৰ জীৱ উৰি গ'ল। তাৰে ঘটি তাতে এৰি বিম্বাশবদে ঘৰলৈ লৰ মাৰিলোঁ।" গায়নবৰাই বহাৰপৰা থিয় হৈ কেনেকৈ লৰ মাৰিলে তাৰ চেও এটা দেখুৱালে।



বোধনদেউ আৰু কণ্ঠিয়ে "হেঁ, বাঘ" বুলি থৰ লাগি মলো গায়ন-বৰাৰ কথাবোৰ কাণ থিয় কৰি শুনিলে। কণ্ঠীয়ে মাত লগালে— "পিছে বাঘ ভেটাৰ দিহা হৈছেনে নাই?"

"এ, নকৈছোঁ, মই নিজেই সেই কাৰণেই আহিছোঁ। আমাৰ গাওঁৰ ৰাইজে হাত বেৰাদি সন্থহতে আমাৰ নামঘৰত থকা জাল কিখনকে তৰিছে। খাদৈ চুক, গেৰেলুৱা চুক, চিলাবন্ধা, উজৰা চুক, বৰভগীয়া আদিলৈ খবৰ দিবৰ কাৰণে ডেকাহঁত গৈছে। জাল-জৰী লৈ সেই সেই গাওঁৰ ৰাইজ ইতিমধ্যে পাবহি পায়। কণ্ঠিহঁতৰ গাওঁ আৰু দেউহঁতৰ গাওঁৰ ৰাইজ আৰু জাল যাব লাগে। দেউ, পিছে সোনকালে আহক, মন্ত্ৰৰ কাৰুণি অকণ নকৰিলে বাঘিনীয়ে আমনি কৰিব পাৰে—পোৱালি থকা বাঘিনীতো। মই দেৰি নকৰোঁ—" এইবুলি গায়নবৰাই চাইকলৰ হেণ্ডেলত ধৰিলেহি।

"ৰবা, পিছে, আজি-কালি আয়েন-কানুনৰ কথা আছে নহয়, বাঘমৰা আয়েন মতে নিষেধ।" বোধনদেউৱে ক'লে। "সেইবোৰ বুজিছোঁ। গৰু মাৰি তহিলং কৰিলে, ডি-চিয়ে অনুমতি নিদি পাৰিব? এনেকুৱা অপকাৰী জন্তু আমি যেনিবা গুলীৰে নেমাৰি জালেৰে ভেটি মাৰিলোঁ। ৰুদ্ৰহঁতে দৰ্খাস্ত ফৰ্খাস্ত দিছেই।" মলো গায়েন বৰাই চাইকলৰ হেণ্ডেলত ধৰিয়েই ক'লে।

বাঘ ভেটা নাম শুনিলে কণ্ঠিৰ গাত তৰণি নোহোৱা হয়। বোধনদেউও কম নহয়। তিনিকুৰি দহবছৰ বয়সতো, বাঘৰ জাল ঠেকাওঁতে হাতত যাঠি লৈ হাবিকটা মানুহৰ পিছত থিয় দি দুই এটা অবাইচ মাত মাতি ডেকাহঁতক কয়,—"কোনোবা পিছ হুহকিবিহঁত, যাঠিৰেই একে খোচেই থম।" বাঘৰ কথা ওলাওঁতেই "বৰ ভাল কথা হৈছে, আজি ভালে কিবছৰ বাঘভেটা নাই, নামঘৰত চাঙৰ ওপৰত বাঘজাল দাল শলিয়াই কুটিছে। বাঘেই নোহোৱা হ'ল, আগেয়ে

চাপৰিত দিনতে গৰু মাৰে। এতিয়া বাঘ নেলাগে, হাবিত শিয়ালো নোহোৱা হ'ল। বাঘ-পহু হৰিল। এইজনী বাঘিনী বানপানীত ক'ৰবাৰ পৰা উটি আহি গাৱঁৰ হাবিতে জগিল হ'ব পায়।" কষ্ঠিয়ে বহাৰ পৰা উঠি পীৰাখন বেৰত আওজাই কয়।

"বাঘ আৰু আজিকালি ক'ত?" বোধনদেউৱে ক'লে, "বাঘ আছিল তাহানি। ফেউবাই ফেউ বুলিবহে লাগে, তাৰ পিছতে শুনিবা, মাৰিলে ফুট গধূলিতে কাৰোবাৰ গোহালীত খীৰতী গাইজনী। এ—কি কবা তাহানি এদিন ময়ো সিফালৰপৰা আহিছোঁ, ফুট গধূলিতে আমাৰ গাৱঁৰ মূৰৰ আহঁত জোপাৰ তলতে হামিয়াই হিকতিয়াই হাতোবা চেলেকি ঢেকীয়াপতীয়া বাঘ এটা বহি আছে। ময়ো আৰু মৰ সাহ দি বৈ মনে মনে চিন্তা কৰিলোঁ, 'সদাশিব-পাৰ্বতী, গোসাঁইৰ গিৰীয়েক-ঘৈণীয়েক, তোমালোকৰ মাল তোমা-লোকে চম্ভালিবা। মই বাটৰুৱা মানুহ বাটে-বাটে আহিছোঁ; কাকো একো জগৰ লগোৱা নাই।' সেই বুলি কৈ অলপমান তভক মাৰিছোঁহে, মোৰ ফালে পোন্ধোৱা-পোন্ধোয়িকৈ চাই হাওঁ বুলি গোজৰণি এটি মাৰি একে জাপেই ৰাস্তাৰ সিফালৰ তৰাণিডৰাত পৰি টাপলি মেলিলে। তৰাণিডৰা জৰজৰাই উঠিল। কেলেই-সেইবাৰ চতিয়াৰ পতীয়া গাৱঁত ভেটা ঢেকীয়াপতীয়াটো! জাল দিয়া হোৱাই নাই, গোজৰণি মাৰি হাবিৰপৰা ওলাই দুটা এটা মানুহক থপিয়াই দিন দুপৰতে মুকলি পথাৰত ঢপলিয়াই ফুৰাৰ কথা শুনা নাছিলা?

"মালৰ গাৱঁৰ ফুটুকা-তলিত ওলোৱা বাঘটো জানো কম? দঁতাল হাতীটোত উঠি কোমেশ্বৰ হাজৰিকাই এগুলী মাৰোতেই গুলী খাই একে জাপেই আহি হাতীৰ শুৰত কামুৰি ধৰি থিয় হৈ দিছিল। দঁতালে আগ ভৰিৰে লাথি মাৰি শুৰ কোচাই দাঁতেৰে বাঘক হেঁচামাৰি ধৰিলে। সাধি হাজৰিকাৰ ল'ৰা তৰণী, কোমেশ্বৰ, কাবুলি, ৰাতুলহঁতৰ হাতত বাঘ আৰু সাৰেনে? বাপেক যেনে



সাহিয়াল আছিল, ল'ৰাহঁতো তেনে সাহিয়াল হৈছে। মালৰ গাৱঁৰ বাঘটো মৰাৰ দিনা মই দেউ, তাতে আছিলোঁ—" কষ্ঠিয়ে ক'লে।

বাঘৰ কাহিনী বাঢ়ি যোৱা ইমানতে বন্ধ হ'ল। দুয়ো নিজ নিজ গঞা ৰাইজৰ লগত বাঘ ভেটালৈ যাবলৈ সাজু হ'ল। জাল-জৰী, যাঠি-জোঙৰে সৈতে বাঘ ভেটালৈ ওলোৱা দুয়োখন গাৱঁৰ ৰাইজৰ আগত কষ্ঠি আৰু বোধনদেউ। বাটত যাওঁতে আটাইৰে মুখত পুৰণি দিনৰ বাঘৰ কাহিনী। এজনে হয়তো ক'লে,—"জালত জপহ্ কৈ পৰোঁতেই মই দিলোঁ নহয় মুখতে যাঠি ভৰাই (অবাইচ)।" আন এজনে হয়তো তেওঁৰ কথা শেষ নৌহওঁতেই ক'লে—"সেইবাৰ খাদৈ চুকৰ বাঘ ভেটাত,—জাল ঠেকাবলৈ তই আছ, হাবি কাটি গৈছোঁ—আহিল বাঘে গেঙেৰি দি চোচা মাৰি। তোক কৈছোঁ··· (অবাইচ) দিলোঁ কাণসতাতে কপিদাৰে ঘাপ। কপিদাৰ ঘাপত বাঘে দেদাউৰিয়াই···(অবাইচ) আকৌ চোঙলৈ লৰ মাৰিলে। তই আকৌ সেইবাৰ নাই, তোৰ কঁকালৰ বিষটো উক দিয়াত তই যাব নোৱাৰিলি নহয়।"

## সাত

"ৰাইজ শুনক, উত্তৰফালৰ ৰাইজে হাই নকৰিব। দক্ষিণফালে জাল ঠেকাইছে।" দক্ষিণ-ফালে থকা মৰণাকুৰি ৰাইজৰ গায়ন-বৰাই চিঞৰিলে। তাহানিৰ অসমীয়া সেনানীৰ ক্ষিপ্ৰতাৰে হাবি-কটাই হাবি কাটিলে, যাঠি ধৰাই যাঠি-ধৰিলে, জাল-ঠেকোৱাই জাল ঠেকালে। ডাঙৰ ডাঙৰ গছ জালৰ বাহিৰত ৰাখি ভিতৰৰ সৰু সৰু গছ কাটি, জালৰ ভিতৰৰ হাবি অলপ-অচৰপ মুকলি কৰিলে। আগদিনা গধূলি পৰত আৰু দোক-মোকালিতে বাঘিনীয়ে গুজৰি-গুমৰি জাল ফালিবলৈ জালত লাগিছিলহি। চাৰিওপিনে জুই ধৰি, পেট্ৰমাক্স লাইট জ্বলাই দিন যেন কৰি থোৱা পোহৰত সচেতন হৈ থকা ৰাইজৰ আগত বাঘে জাল ফালে কেনেকৈ?

বোধনদেউৰে জালৰ পাহত থকা মাকৰি ঘিলাত ধৰি মন্ত্ৰ মাতি তিনিটা ফু মাৰিলে। হাজাৰ হাজাৰ দৰ্শকৰ মাজত, বিশেষকৈ তিৰোতা মানুহখিনিৰ মাজত কোৰা-কুই কৰা শুনা গ'ল,—"বোধন-দেউৰে মন্ত্ৰৰে বাঘ বান্ধিলে। দেউৰ মন্ত্ৰ কেইফাকি কিন্তু বৰ কাৰুণী থকা।"

এটা জুমৰ এজনে ক'লে—"এই পাঁচ-ছ'হাত ওখ জাল বাৰু বাঘে জাপ মাৰিব নোৱাৰেনে?" "নোৱাৰে। সদাশিৱৰ শাও আছে। জাপ মাৰিম বুলি জালৰ পাহ লিখে। শাও আছে কাৰণেই জাপ মাৰিবলৈ পাহৰি যায়।" আন এজনে জনাৰ দৰে ক'লে।

জাল ঠেকাই থাকোঁতেই ৰা-বাঁহ জালৰ ভিতৰত সুমুৱাই বাঘ জোকাবলৈ ধৰা উতনুৱা ডেকা কেইটামানক উজৰা-চুকৰ গন্ধিৰাম গাওঁবুঢ়াই দা জোকাৰি বৰ বেয়াকৈ অবাইচ মাতি গৰগৰণি লৈছে,—"ওঠ চেপিলে পিয়াহ ওলোৱা ফুকলীয়া ল'ৰাই মইমতালি দেখুৱাই-



ছহি। দিম বাপেৰে জালৰ মাজলৈ দলিয়ায়। বাঘ তেলে ধৰিছে। বাঘ ভেটি ভেটি বুঢ়া হলোঁহি, ক'ম নহয় ৰা-বাঁহ কেতিয়া সুমুৱাব লাগে।" গাওঁবুঢ়াৰ গৰ্‌গৰণিত ডেকাহঁত চুপ মাৰিলে।

"এ, আইতা, আপুনিও আহিল।" জালৰপৰা বহুত দূৰণিত তিৰোতা মানুহৰ জুম এটাত বহি থকা বুঢ়ী গৰাকীক কেনোবা এজনে সুধিলে।

ৰঙাচকুৱাৰ সন্দেশ্বৰী মহৰীয়নী বুঢ়ীয়ে জুমৰ মাজৰপৰা মাত লগালে,—"এই বোৱাৰীজনীক বাঘভেটা দেখুৱাওঁ বুলি আহিলোঁ। তাইনো ক'ত দেখিছে, তাই বিহপুৰীয়াৰ ছোৱালীহে। সিহঁতৰ সেইপিনে জাল দি বাঘভেটাৰ কথা নাই। বোলোঁ, বাঘভেটা ময়ো বহুতদিন দেখা নাই। ময়ো চাই আহোঁ আৰু তাইকো দেখুৱাই আহোঁ। আমাৰ ঘৰৰ আগেদি আজিকালি বাচখন আহে নহয়। অহাৰ অসুবিধা একো নাই।"

বাঘ চাবলৈ অহা গাৱঁৰ গাভৰু ছোৱালী এজাকক দেখি হয়তো হাবিৰ আঁৰ লৈ জোকাবলৈ বৈ থকা কোনোবা ছুটামান ডেকাই বিহুগীত জুৰিলে—

বাঘভেটা চাবলৈ আহিলা চেনাই অ'ই
হুলে-জোঙে বিন্ধিব বাটত
হুলে-জোঙে বিন্ধিলে বিষ জ্বৰ উঠিলে
আমি থ'ই আহিমগৈ ঘৰত।

বিহুগীতৰ শেষত মৰা কোনোবা ডেকাৰ ভোট সুহুৰিটোৱে গাভৰুহঁতৰ মনবিলাক খেলি-মেলি কৰি দিলে।

আগদিনা ৰাতি আৰু পিছদিনা দিনটো ৰখি আবেলি বেলিকা বাঘমৰা সিদ্ধান্ত হ'ল। বাঘভেটাৰ খবৰ যলৈকে গ'ল তাৰপৰা মানুহ ঢাপলি মেলিলে বাঘভেটা চাবলৈ। স্কুলবোৰত এটামান পিৰিয়ডহে বহিল।

ওচৰ-পাজৰৰ গাৱঁৰ অতি আলৰ বুঢ়া-মেথাৰ বাহিৰে সকলো

বাঘচোঙত। তিনিপুৰা মাম হাবিৰ চাৰিওপিনে জাল ৰাখি কম হাবিত থকা বাঘিনীক ৰা-বাঁহ স্নুমুৰাই ঢেকী দি জোকাবি দিলে। বাঁহৰ কোব খাই বাঘিনী জালৰ ভিতৰত পোৱালি দুটা লৈ চাৰিওপিনে দৌৰি ফুৰিবলৈ ধৰিলে। একোবাৰ গুজৰি জালত ধৰেহি। যাঠিৰ খোচত উভতি গৈ তবাৰে ঢকা খালটোত সোমালগৈ।

"জাল ঠেকাওঁতে তুমি জালৰ মাজলৈ মৰসাহ দেখুৱাই ইমান আগেয়ে সোমাই যোৱা কিয়?" বুলি জালৰ কাষৰপৰা গাৱঁৰ তিৰোতা মানুহৰ লগত অহা সোণপাহীৰ ওচৰলৈ আহি তামোল এখন খুজি-খোৱা কণ্ঠিক সোণপাহীয়ে ক'লে। "থ, থ, তোৰ ভয়টো বেছি। বাঘ আহিলে স্নুদাই এৰিম নেকি? আমাৰ গাৱঁৰ গায়নবৰা দেদাইলৈ দেখা নাই। এই বুঢ়া বয়সতো দাখন লৈ মুখেৰে কলা-পচলা কাটি কিমান সাহ কৰি জালৰ ভিতৰত সোমায়!" কণ্ঠিয়ে ক'লে।

কণ্ঠিয়ে তাৰ তোলনীয়া ছোৱালীজনী কোলাত লৈ বাঘ দেখুৱালেগৈ। কোনোবাই ৰা-বাঁহ স্নুমুৰাই দিয়াত বাঘিনীয়ে জালৰ ভিতৰত জাপ ললে। কণ্ঠি পিচুৱাই অহাত ছোৱালীজনীৰে সৈতে খাল এটাত পৰিল। দুখ বেছি নেপালেও ছোৱালীজনীৰ ভৰিৰ মাখিছাল এৰাল। সোণপাহী উধাতু খাই লৰ মাৰি ছোৱালীজনী ধৰিলেগৈ। তাই কণ্ঠিক খুব বকিলে। নিজৰ দোষ থকাৰ বাবে কণ্ঠিয়ে একো নেমাতিলে। গেন্ধালি বনৰ পাত কেইটামান মোহাৰি মাখিছাল এৰোৱা ঠাইডোখৰত লগাই দি মাজনীক সোণপাহীৰ কাষত দিলে। মনটো মাৰি জালৰ কাষ পাই সি যাঠিপাত হাতত ললেগৈ। দুখ বেছি নোপোৱাত ছোৱালীজনী আগৰ দৰে হাঁহি-মাতি থাকিল।

সোণপাহীৰ ওচৰলৈ সিহঁতৰ গাৱঁৰ এমুৰৰ হৰিধন দোকানী আহিছিল। সোণপাহীৰপৰা তামোল খুজি খালে। কাষতে বৈ দু-আষাৰ কথাও পাতিলে। বাঘভেটা চাবলৈ অহা সইতীবুঢ়ী আৰু



জাপৰীৱাইয়ে গছৰ মুঢ়া এটাত বহি থকাৰপৰাই কথাটো মন কৰিলে আৰু দুয়ো কিবাকিবি ফুচ্ফুচালে।

"হাজৰিকাবাবু, টাইগাৰ দেখিব নাই যাব?" এই বুলি চতিয়াৰ কোমেশ্বৰ হাজৰিকাৰ ঘৰৰ পদূলিত জীপ ৰাখি হাতত ৰাইফল লৈ প্ৰতাপগড় বাগিচাৰ পেষ্টন চাহাব ওলালহি। কোমেশ্বৰ হাজৰিকাই শিৰীষ ফুকন আৰু পৰ সন্দিকৈক লৈ বাঘভেটা ঠাইলৈ যাবৰ কাৰণে জীপ সাজু কৰিছিল। আটাইয়ে পেষ্টন চাহাবৰ জীপত উঠিল। জীপ চলাই যাওঁতে পেষ্টন চাহাবে কোমেশ্বৰ হাজৰিকাক কলে,— "হাজৰিকাবাবু, ৰাইজহকলক বুলিব লাগে, টাইগাৰ হামি মাৰিব। ৰাইজ হকলক বক্‌চিচ দিব।" কোমেশ্বৰ হাজৰিকাই সন্মতি জনালে।

পেষ্টন চাহাবে কোমেশ্বৰ হাজৰিকা আৰু শিৰীষ ফুকনক লৈ ৰাইজৰ বৰমূৰীয়াসকলৰ লগত কথা পাতিলে। ৰাইজৰ হৈ মলো গায়নবৰাই চাহাবক কলে,—"চাহাব, বাঘ বাৰু তুমিয়েই মাৰিবা, দুটা পোৱালিৰে সৈতে তিনিশ টকা ৰাইজক দিবা।"

"আচ্ছা, গায়নবৰো, টাইগাৰৰ প্ৰাইচ্, হাজৰিকাবাবু, ফুকনবাবু বলিব। আপনা হকলৰ চহিত টক্ কৰি ফুকনবাবু, হাজৰিকাবাবু যো প্ৰাইচ্ বলিব হামি হেই প্ৰাইচ্ দি দিব।"

ৰাইজৰ লগত কথাপাতি বাঘিনীৰ বাবে দুশ-পঞ্চাশ টকা হাজৰিকা আৰু ফুকনে ঠিক কৰি দিলে। মলো গায়নবৰাই চাৰিও-পিনে শুনাই দিলে যে পেষ্টন চাহাবে বাঘ মাৰিব। ডেকা ল'ৰাহঁতে বাঘিনীক আকৌ এবাৰ ৰা-বাঁহ স্নুমুৰাই জোকাই ললে। এবাৰ গোজৰণি মাৰি জালৰ মাজত থকা গছ এজোপাৰ নিচেই তলৰপৰা ওলোৱা ফেৰেঙণী এটাত বাঘিনী বহিলগৈ। পেষ্টন চাহাবৰ এয়ে সোণালী স্নুযোগ। ৰাইজে হৈ ধ্বনি দিলে। মলো গায়নবৰাই প্ৰাণটাকি চিঞৰিলে "পুবফালৰ ৰাইজ আঁতৰি দিয়ক, আঁতৰি দিয়ক, চাহাবে গুলী মাৰিব।" পেষ্টন চাহাবে বাঘিনীলৈ ৰাইফল টোৱালে।

ৰাইফলৰ গুলীত বাঘিনী গছৰ ফেৰেঙণীৰপৰা বাগৰি পৰিল। পোৱালি হুটাই বন্দুকৰ গুলীৰ শব্দ শুনি ভয়ত মৰা বাঘিনীজনীৰ বুকুত সোমালগৈ। জালেৰে মেৰাই ধৰি সৰু পোৱালি হুটা ৰাইজে পেষ্টন চাহাবৰ সজাত ভৰাই দিলে। ৰাইজে জাল খুলিলে। হাজাৰ হাজাৰ মানুহ দিহা-দিহি গ'ল। মৰা বাঘিনীজনী আৰু পোৱালী হুটাৰ সজাটো ট্ৰেইলাৰত লৈ পেষ্টন চাহাবৰ জীপ চলিল প্ৰতাপগড় বাগিচালৈ। লোহাৰ সজাৰপৰা পোৱালি হুটাই মাকক জুমি জুমি চাইছিল। কাণসঁতাইদি ওলোৱা তেজেৰে বাঘিনীৰ মুখখন ৰঙা হৈ পৰিছিল। পশ্চিম আকাশত তেতিয়া ৰান্ধনি বেলিটো বেছি ৰঙা হৈ মাৰ যাব খুজিছে।

# আঠ

"কথাটো মন কৰিছিলানে চামধৰিয়ানী! সেই হৰিধন দোকানী ডেকা-ল'ৰাটোৰ লগত বাঘচোঙত সোণপাহীৰ হাঁহি-খিকিন্দালিখন! সচি ঘৰৰ মানুহটো তাত আছেই, তাৰ চকুত ধূলি মাৰি অতখন ৰাইজৰ আগতে তাই নাটেসৰীয়ে দোকানী ল'ৰাটোৰ লগত চুপতিখন মাৰিলেহে হয়। তোৰ কিটো হয় হোঁ, বোৱাৰী মানুহ, বোৱাৰী গইদত থাক। ওৰণি-বাৰণি পেলাই তাক হাতে-হাতে তামোলখন দি তাৰ মুখলৈ চাই হাঁহিটো মাৰিলেহে হয়।" সইতী-বুঢ়ীয়ে জাপৰিবাইৰ পিৰালিত বহি থকাৰপৰা কয়।

"ভাল কৈছা, মইহে মন কৰা নাই। তাইৰ আজিকালি পেচটো দেখিছা নহয়। কণ্ঠি নোহোৱাই নোহোৱাই, নহ'বৰ হ'ল আৰু সেই ছোৱালীজনী লৈ ইঘৰ-সিঘৰলৈ যোৱাৰ চেলু লৈ আলিমূৰৰ হৰিধনৰ দোকান পায়গৈ। সি যিহে তাইক লেন ধৰি মাতিব। মানুহ দোকানত নেথাকিলে তাইৰ কথা নিছিগেহে নিছিগে।" জাপৰীবায়ে কয়।

"সিনো কেনে মানুহ বাৰু? সচি খাবলৈ পিন্ধিবলৈ তুপইচা আৰ্জন কৰিছ, বিয়াৰ বয়স হৈছে, বিয়া কৰা। মোৰ মনেশ্বৰীকে দিছিলোঁ নহয়। কাৰোবাৰ কাৰোবাৰ আগত সি কি ক'লে জানা— 'মই সেই ক'লী বুঢ়ীজনীক বিয়া নকৰাইহে পাৰিছোঁ'। মোৰ ছোৱালীক সি বুঢ়ী বুলি ক'ব কিয়? বাপেক মৰোঁতে তাই গাত গামোছা লোৱা। বাপেক মৰা যোৱা কাতিয়ে ওঠৰ পাৰ হৈ উনৈশত সোমাইছে। মোৰ ছোৱালীক বুঢ়ী বোলে, মই যদি সইতী হওঁ, দেখি লম বুঢ়ীমাৰে। বোলে, গোধাই পো নমৰকঁ, পোকৰে চোচৰক, ভকুনাথ পাতিছ বেহাবলৈ নেপাবি, মোক

কৰি কি কৰিবি অ' বোপাই" বুলি সোঁহাতেৰে বাওঁহাতৰ আঙুলিৰ গাঁঠি চাৰিটা একেবাৰে ফুটাই খণ্ডত তামোল বটাটো আগৰপৰা আঁতৰাই জোৰেৰে থয়।

"অ' সেই কাৰণেহে হ'বলা লোকৰ এৰেহা বগী ডেকেৰীত লাগিছ—সেই বিহুনামত আছে নহয়, 'অ' বগীতৰা, তোমাৰ মুখেখনি কুন্দত কটা।' সোণপাহীয়ে দোকানীক চুচিব দেই—" বুলি জাপৰীবায়ে তামোলৰ চোবাটো মুখৰপৰা উলিয়াই হাতেৰে চোতাললৈ দলি মাৰি দি কয়।

"মই দিম নহয় মজা বুঢ়ীমাৰে! মোৰ ছোৱালী ক'লী, বুঢ়ী, সোণপাহী, কাঠবাঁজীজনী হ'ল—বগী, ডেকেৰী।" এইবুলি দুই এটা অৱাইচ মাতি···সইতীবুঢ়ীয়ে বহাৰপৰা উঠি ক'লে,—"যাওঁ, চাপৰিলৈ যাবগৈ লাগে। ল'ৰাটোৰে সবিয়হ তুলিবলৈ মাতি গৈছে।"

বুঢ়ীয়ে চাপৰিৰ ঘাটত কণ্ঠিক অকলে পালে। বুঢ়ী যোৱালৈ ঘাটত মানুহ গোট-খোৱাই নাই। কণ্ঠিক অকলে পাই বুঢ়ীয়ে কওঁনকওঁকৈ আৰম্ভ কৰিলে,—"হয়নে কণ্ঠি! তোৰ সোণপাহী বোলে হৰিধনৰ দোকানলৈ অকলে যায়। তাৰ লগতনো তাইৰ কিহৰ হাত-বাত? সিদিনা বোলে বাঘভেটাত তাক তামোল-চালি দি ওৰণি-বাৰণি পেলাই হাঁহি-মাতি কথা পতা আমাৰ গাৱঁৰ বহুতেই দেখিছে। গোটেই গাৱঁত বু-বু-বা-বা। আহিনীৰ মাকেও বোলে হৰিধনৰ দোকানৰপৰা তাই চোলা নে কিবা এটা লৈ ওলাই অহা দেখিছে। তই মানুহটো ঘৰত নথকাৰ অচিলা লৈ তাই এইবোৰ কৰা ভাল হোৱা নাই।"

"কোনোবাই এইবোৰ মিছাকৈয়ে উলিয়াইছে বৰআই। হলা গছ দেখিলে আটাইয়ে বাগীকুঠাৰ মাৰেই। আগৰ মেচিন নাও চলাওঁতে পা-পইচা সৰহকৈ পাইছিলোঁ—দুই চাৰি পইচা আনক দিছিলোঁ। তেতিয়া কাৰো মাত নাছিল। সোণপাহীতকৈ ভাল বোৱাৰী নাছিলেই।"



"হওঁতে হয়, পিছে, সূৰুযৰ মুখত কেনেকৈ সোপা দিবি বোপাই?"

"কিন্তু, মিছা কথা উলিওৱা মানুহৰ মুখত মই বাৰুকৈয়ে সোপা দিম দেই। মই আহিনীৰ মাকক সুধিম নহয়। তেওঁনো কেতিয়া সোণপাহীয়ে, হৰিধনৰ দোকানৰ পৰা চোলা অনা দেখিছিল?"

"নাই, মোৰে শপত নুসুধিবি। সেইবোৰ সুধিলে মেলিলে কথা বৌজাল-বৌজাল হৈ যাব। মিছা কথাৰ ঠেং চুটি, কথা যদি মিছাই তেনেহলে তল পৰিব। মই ভাবিছোঁ সোণপাহীনো তেনেকুৱা হ'বনে?"

দেখুৰাই প্ৰতিবাদ কৰিলেও কণ্ঠিৰ মনত নানান সন্দেহে বাহ ললেহি। 'নাই', সি ভাবিলে, 'সোণপাহী তাৰ পাটীৰ তিৰোতা, তাই তাক কিয় ঠগিব?' পিছ মুহূৰ্ততে সি আকৌ ভাবিলে, কিজানি সোণপাহীৰ মনটো পিছলিছেই—সিতো তাইক কোলাত কেঁচুৱা এটা দিব নোৱাৰিলে। মাজনীক সিতো দিয়া নাই, ভৰলীয়েহে দিছে।' সি ঠাৱৰ কৰিব নোৱাৰে সোণপাহীৰ কোলাত কেঁচুৱা দিব নোৱৰাৰ বাবে দায়ী কোন? সিনে সোণপাহী? সোণপাহীক জিলাৰ হাস্পতালত দেখুৱাৰ কথা ঘাটৈয়ে তাহানিখন তাক কৈছিল। তাৰ লাজ লাগে—নিজৰ মানুহজনীক অচিন ডাক্তৰ-ডাক্তৰণীক সি দেখুৱাব কেনেকৈ? ডাক্তৰ-ডাক্তৰণীয়ে বা কি ক'ত চায়? ডাক্তৰণীয়ে চালেতো যহন-তহন। যদি কোনোবা ডেকা ডাক্তৰে চায়—তেনেহলে তাৰ মানুহজনীৰ দেখোন আবুৰেই ভাগি যাব। নাই, তাৰ সোণপাহীয়ে তাক ইমান মৰম কৰে, তাই কিয় তাইক ভুৱা দিব?" এইদৰে মনক বুজনি দি সি গধূলিৰ আগে আগে এটা পাতল মন লৈয়েই ঘৰলৈ উভতিছিল। ঘৰ পাই সোণপাহীৰ মৰমৰ মাজত সোমাই পৰি সি সকলো কথাকে মিছা বুলি ভাবিবলৈ চেষ্টা কৰিছে। ৰাষ্টাইদি চাইকলৰ টিলিঙাৰ মাত শুনি সি চাই দেখে হৰিধন চাইকলৰে ক'ৰবাৰপৰা উভতিছে।

হৰিধনক দেখি কন্থিৰ সইতীবুঢ়ীৰ ঘাটৰ কথাখিনি মনত পৰিল,— ‘হয়নে কন্থি, তোৰ সোণপাহী বোলে হৰিধনৰ দোকানলৈ অকলে যায়। তাৰ লগতনো তাইৰ কিহৰ ইগিল-সিগিল?’ হঠাতে আকৌ তাৰ মনটো শঙ্কাৰ ডাৱৰে বাৰিষাৰ আকাশৰ দৰে গোমা কৰি পেলালে। সি ভাবিলে,—‘মই ঘাটত আছোঁ বুলি জানি কিজানি হৰিধন তাৰ ঘৰতেই সোমাব খুজিছিল। হয়তোবা হৰিধনক সোণপাহীয়ে মাতিছিল।’ তাৰ মুখখন উন্দলি আহিল। সি ঠাইতে পাটীত পৰিল।

“তোমাৰনো কি হ’ল আকৌ? বৰ ভাগৰ লাগিছেনেকি? ব’বা, চৰু পাতোঁ গৈয়েই, এমুঠি খাই শুবা।”

“ভাগৰ লগা নাই, মোৰ মূৰটোহে আচন্দ্ৰাই কৰিছে।”

“তেনেহলে সন্থহঁতে তেল-পানী অকণ লোৱা।” এই বুলি সোণপাহীয়ে তেল-পানী অকণ আনি কন্থিক মূৰত দিলেহি।

“চন্দ্ৰক পঠাই কবিৰাজ ববপিতাইকে মতামনেকি?”

“নেলাগে, এনেয়ে ভাল হ’ব।” কন্থি শুই থকা দেখি মাজনী আহি পাটীত বহি বাপেকৰ মূৰত সৰু হাতখন বুলাই দি ক’লে, “পিতাই ভাল পাইছনে?”

“পাইছোঁ মাজনী”, কন্থিৰ চকুকেইটা সেমেকি গ’ল! মাজনী আৰু সোণপাহীয়ে নেদেখাকৈ সি তাৰ ডিঙিৰ গামোছাখনৰে চকু দুটা মচিলে।

# ন

“ৰাইজ, এতিয়া কৰে কি? কাইলৈ খাদৈচুকৰ নামঘৰত হোৱা মিটিঙলৈ যায়নে নেযায়?” এইবুলি ভৰলীৰ পাৰত সমূহীয়াকৈ সৰিয়হ খেতি কৰিবলৈ লোৱা ৰাইজক সম্বোধন কৰি গায়নবৰাই মাত লগালে।

ডাঙৰ চপৰা এটাত কোৰৰ গাদিৰে কোব এটা মাৰি ডেকা মনবৰে মাত লগালে, “নাযাম কিয়? তিপ্লোঙা গ্ৰাণ্টৰ মাটি ভাঙি লোৱাৰহে মিটিং। নকৈ মাটি নেভাঙিলে আমি থাকিম ক’ত? ভৰলীয়ে যিটো গতিৰে গৰা খহাইছে অহা বছৰলৈ আমাৰ গাৱঁো গৰা-খহনীয়াত পৰেহে লাগে।”

“হওঁতে হয়, পিছে এইখন মিটিং বোলে কিবা ছইছলিছে পাতিছে। চাহাবৰ মাটি হেনো জোৰকৈ ল’ব।” কান্ধৰপৰা আধা-পোৱা বিৰি ডোখৰ নমাই তুবাৰমান পিটিকি জ্বলাবলৈ ধৰাৰপৰা ধনী সূত্ৰধাৰে ক’লে।

“হেৰা, জোৰ-জুলুম নকৰিলে মাটি এনেয়ে কোনে দিবহে? চাহাবৰ যে মাটি বুলিছা, সিহঁতে মাটি ক’ৰ বিলাতৰপৰা লৈ আহিছিলহে! বাপেকৰ ভেটি পাইছে, দেখা নাইনে, আমাৰ তেজ শুহি শুহি এই চাহাববোৰ তেজ-পিয়াটোৰ দৰে ৰঙা। সিহঁতৰ যে ফিটাহিখন!” কোৰখন মাটিত চৰিয়াই, পাৰি লৈ নালটোত বহি দেউকণ বৰাই ক’লে।

“এৰাহে, এই চাহাব সোপাৰ অতপালি এতিয়াহে কমিছে। তাহানিৰ বিটিছৰ দিনত সিহঁতৰ উৎপাত কি চাবা! এবাৰ বুইছানে? জীয়াবীজনীৰ ঘৰলৈ যাওঁতে গলোঁ ব’দত ছাতিটো মেলি চাহাবৰ বঙলাৰ আগেয়ে পোনাই। বুজিছানে? চাহাবে ফেপেৰি পাতি ধৰি

ক'লে—'হেই আদমি, বঙলাৰ চামনে ছাতা বন্ধ খৰিব লাগে।' খাওঁ খাওঁ তাৰ মূৰ্তি! ইপিনে বাঘ যেন কুকুৰটোৰ বৌ বোৱনি। বাঘৰ পোকৰতহে (অবাইচ) কোনোৱাই যেন যাঠিবে খুচিলে—বহাৰ-পৰা গিৰিপকৈ উঠি চাহাবে কোৰাৰ ধৰণটো দেখুৱাই দাৰ নালৰে ঠগী শইকীয়াৰ টিকাত খোচ এটা মাৰি চিদাই ওজাই ক'লে। ঠগী শইকীয়াই দপ্‌দপাই উঠি ক'লে—"দাৰ নালৰে (অবাইচ) খোচটো মাৰিলা কিয় হে?" এঃ, (অবাইচ) লাচতে খোচটো আহিল দিয়া। বেয়া নেপাবা।"

"চাহাবৰ (অবাইচ) গুৰু গোঁসাইয়ো নাই। কেলেই, সেইবাৰ শুনা নাই—গায়নে-বায়নে দোলাত যোৱা হাতীবন্ধা সত্ৰৰ গোঁসাইক 'চুষ্টি আদমী' বুলি চাহাবে দোলাৰপৰা নমাব খুজিছিল—পিছে শ্ৰীধৰ কেৰেঙীহে বুজাই বঢ়াই ৰাখিলে।" মোলান হাজৰিকাই মূৰত মাৰি থোৱা গামোচাৰ গাঁঠিৰপৰা তামোল এখন উলিয়াই খাই চাহাবৰ বিষয়ে ওলোৱা কথাত যোগ দিলে।

তেওঁলোকৰ কথাৰ মাজতে কঠিয়ে মাত লগালে,—"ৰাইজ মিটিঙলৈ যাব লাগে। মিটিং ছই ছলিছেই পাতক বা কংগ্ৰেছেই পাতক। আমাক মাটিহে লাগে।"

"মাটি লাগে হয়, পিছে এইবোৰ আউল লগা কথাৰ মাটিত সোমালে—আখৈহে ফুটিব (অবাইচ) কৈ দিলোঁ, আখৈৰপৰা ধান হ'লে নেবাব (অবাইচ)।" ধনী সূত্ৰধাৰে বহাৰপৰা দলি এটালৈ অন্য এটা দলি পোনাই মাৰি ক'লে।

"যি নেযাই নেযাব। আমি হলে যাম। কি কৰ কঠি?" মনবৰে মিটিঙলৈ যোৱাৰ প্ৰস্তাৱটো কঠিৰপৰা দ্বিতীয় বাৰৰ কাৰণে সমৰ্থন বিচাৰিলে। কঠিয়েতো সমৰ্থন দিলেই, লগতে আটাইবোৰ ডেকা ল'ৰাই হয়ভৰ দিলে। তেনেতে বোধনদেউ পালেহি। "অ', ৰাইজৰ আহু তলি দেখোন ওলাওঁ ওলাওঁ। গাইগুটিয়া শালি খেতিৰ লখিমী চপাই, সমূহীয়া আহু খেতিত ৰাইজে ধৰিলেহিয়েই। হওঁতে মাউথে উজালে



গুৰি পকুৱাবো মৰণ নাই। পিছে, বৰ আগ্ নকৰিবা।" এইবুলি বোধনদেৱে গায়নবৰাৰ হাতৰপৰা বিড়ি এটা লৈ জ্বলাই ডাকৰ বচন মাতিলে।

"ভালেই হৈছে, দেউকে কথা এটা সোধোঁ। মাটি ভঙা মিটিঙৰ কিবা ভু-ভা পাইছেনে?" এজনে সুধিলে।

"নাপাম কিয়, বৰ ডাঙৰ মিটিং। আটাইবোৰ আহিছে নহয়। নগাওঁৰ সুত, গুৱাহাটীৰ গোস্বামী, হেম বৰুৱা, বৰঠাকুৰ, চতিয়াৰ আলি, বৰা, হাজৰিকা, আমাৰ ইয়াৰ কাকতি, বৰঠাকুৰহঁত আছেই—।" বোধনদেউৱে উত্তৰ দিলে।

"আছেতো গম পাইছোঁ। পিছে যোৱা ভাল হ'বনে নহয় দেউ?" ধনী সূত্ৰধাৰে মাত লগালে।

"যাব লাগে, যাব লাগে, ৰাইজ দলে বলে যাব লাগে। মাটি ভাঙি নললে মাটি এনেয়ে নেপায়। তিপ্লোঙা বাগিচাৰ মাটি চাহাবৰ মাটি। এঃ, কি চাহাবৰ বুলিছোঁ, আমাৰ মাটি। মাটি এনেয়ে পৰি আছে, গৰা-খহনীয়াত পৰা ৰাইজে নিজে বিচাৰি নললে চৰকাৰে খোৱা বুলি কিবা কলটো বখলিয়াই দিবহিনে? মাটি যদি এতিয়াই নোলোৱা, দুবছৰৰ পিছত ভৰলীয়ে তোমালোকক নথয়। পুথি-পাজিয়েও তাকেই কয়—" বোধনদেউৱে কঁকালৰ চুৰিয়াৰ খোচনি দুটা ভালকৈ মাৰি লৈ কয়।

"পিছে, দেউ, এটা কথা নহয়, আপুনিয়ে ৰাইজক তিপ্লোঙা বাগিচাৰ গ্ৰাণ্ট্ ভাঙিবলৈ উচতাইছে, চাহাবে গম পালে বছৰি আপোনাক কৰিবলৈ দিয়া বাগিচাৰ কালীপূজা ভাগ আপোনাক কৰিবলৈ দিব জানোঁ?" সূত্ৰধাৰে সুধিলে।

"নিদিলে নিদিব। গুহ বৰকেৰেণীয়ে লগাই ভগাই চতিয়াৰ পূজাৰী চক্ৰৱৰ্তীক দিব। সেইটোতো চেষ্টা কৰিয়েই আছে। দিয়ে দিয়ক, দেশতকৈ মোমাই ডাঙৰ নহয়। ৰাইজেই বজা, ৰাইজৰ লগত তৰিলে তৰিবা, মৰিলে মৰিবা।"

বোধনদেউৰ সহাৰি পাই আটাইয়ে যোৰাটোকে ঠিক কৰিলে যদিও ধনী সূত্ৰধাৰ, গায়নবৰা আদি প্ৰমুখ্য কৰি বহুতো বয়সীয়াল লোকে কথাটো ভাল নেপালে। ডুপৰীয়া ঘৰলৈ ওভটোতে ধনী সূত্ৰধাৰে বাটত ডেকা ল'ৰাহঁতে শুশুনাকৈ গায়নবৰাক ক'লে,— "হেঁৰা, গান্ধী মহাৰাজৰ কংগ্ৰেছ থাকোঁতে এইখন ( অবাইচ ) কিহৰ ছই ছলিছ ওলালহে ?"

"ডেকা ল'ৰাহঁতৰো একেবাৰেই ভুল বুলি নক'বা—আজিকালি গান্ধীৰ দিনৰ কংগ্ৰেছ নাই নহয়, লঙ্কালৈ যেয়ে যায় সেয়ে ৰাৱণ হয়। তোমাক কথাটো থোৰতেহে কৈছোঁ।" ভৰিৰ শামুকীয়াত পকা চপৰা এটা লগাত চাবিখোজমান বেংচিবিকাই খোজকাঢ়ি গায়নবৰাই ক'লে।

"তেনেহলে ডেকা ল'ৰাহঁতৰ লগত নোযোৱা কিয় ?"

"ক'ৰ জ্বলা জুইত পোন কোবতে জাপ দিয়াহে। দেখা যাওক-চোন সময়ত কি হয়।"

"এবা, ময়ো চাইছোঁ, যাবলগা হ'লে আৰু যাব লাগিব। ক'বতো, নোৱাৰি কিজানি ছয়ছলিছখনে মাটি-বাৰী লৈ পিছত আমাক বুঢ়া আঙুলি দেখুৱাইবা।" ধনী সূত্ৰধাৰে মনৰ শঙ্কা প্ৰকাশ কৰিলে।

"বাৰু, চাওচোন ক'ৰ পানী ক'লৈ যায়। সময়ত ৰাইজ যদি সেইফালেই যায়, তেতিয়াহলে আমিও পিছত খেৰা হ'মগৈ, কি কোৱা সূত্ৰধাৰ ? কান্ধুলি লুটি দিবলৈ কিমান সময় লাগিছেহে!" এই বুলি গায়নবৰাই হেঃ হেঃ কৰি হাঁহি এটা মাৰিলে। সূত্ৰধাৰে গোঁফৰ তলতে মৰা হাঁহিয়ে গায়নবৰাৰ হাঁহিৰ সহাৰি জনালে।

## দহ

খাদৈচুকৰ নামঘৰত মিটিং হৈ গ'ল। মিটিঙত প্ৰস্তাৱ পাচ হ'ল—ফাগুনৰ শেষলৈ বা চ'তৰ আগ পষতে জামুগুৰি আৰু চতিয়াৰ ৰাইজ মিলি তিপ্লোঙাত সত্যাগ্ৰহ কৰিব মাটিৰ কাৰণে। মাটি ভাঙি যাব—খেতি কৰি যাব।

প্ৰস্তাৱমতে কাম হ'ল। আলি চাহাব, কাকতি, বগাই বৰা, গায়ন প্ৰমুখ্যে স্থানীয় নেতৃবৃন্দৰ তত্বাৱধানত তিপ্লোঙাৰ মাটি ভঙা আন্দোলন আৰম্ভ হ'ল। চতিয়া, জামুগুৰিৰ ডেকা ল'ৰাই কোৰ, কুঠাৰ লৈ তিপ্লোঙাৰ মাটি ভাঙিবলৈ আৰম্ভ কৰোঁতেই চাহাব গাড়ী লৈ ওলালগৈ। চাহাবে, পুলিচকো খবৰ দি থৈছিল। চাহাবক দেখি ৰাইজৰ মাজত গুণ-গুণনি উঠিল। চাহাবে জুমৰ মাজত বোধন-দেউক দেখি আঁতৰৰপৰাই চিঞৰি ক'লে,—"পূজাৰী-বাবু, ৰাইজ হকলে হেই ৰকম আন্‌লফুল আই মিন, বে-আইনী কাম কিও ৱাস্তে কৰিছে ? গ্ৰাণ্ট কম্পেনীৰ আছে, চৰকাৰভি কম্পেনীক জমিন দিছে। খুচি হলে কম্পেনী চাহ লগাব, খুচি নাই হ'লে ফৰেষ্ট বনাব।"

"চাহাব, তোমাৰ খুচিৰ ওপৰতে আজিকালি নচলিব। তুমি মাটি এনেয়ে পেলাই থৈছা। গৰা-খহনীয়া ৰাইজক মাটি লাগে।" বোধনদেউৱে জুমৰ মাজৰপৰা আগবাঢ়ি গৈ চাহাবক ক'লে।

"হেইতো নাই হ'ব—পূজাৰী-বাবু। বাগিচাৰ লেবাৰ, আই মিন মজদুৰ আদমী কি খাব, মকান কাহা বনাব ? মজদুৰ আদমী তোমাৰ ভাই নাই আছে ?"

"হয়, হয়, মজদুৰৰ কাৰণে তোমাৰ দিলত চোট লাগিছে চাহাব! আগলি চাল মজদুৰৰ কাৰণে মাটি খোজ কৰোঁতে তুমি হামাক

পুলিচত দিয়া নাছিলা—বাগানৰ ৰিজাৰ্ভৰ গছ চুৰিকৈ কটা বুলি। অই মাংৰা, হামি কি জুঠ বাত বলিছোঁ ?” এই বুলি ৰাইজৰ লগ লাগি বাগানৰ কাম এৰা বহুতো বনুৱা লৈ মাটি ভাঙিবলৈ অহা মধু-ওৰাঙে চাহাবৰ কথাৰ প্ৰত্যুত্তৰ দিলে।

আন-লফুল, আই মিন্ বে-আইনী কাম কৰিব নাই লাগে। কংগ্ৰেছ চৰকাৰ ৰাইজহকলৰ চৰকাৰ আছে। হেই চৰকাৰ ভি জমিন হামাৰ বলিছে।” চাহাবে আকৌ ক'লে।

“জমিন হামাৰ বলিছে,—বাপেৰাৰ ঘৰৰপৰা মাটি লৈ আহিছিলা চাহাব !” কণ্ঠিৰামে চাহাবৰ মুখে মুখে উত্তৰ দিলে। জুমৰ মাজৰপৰা কোনোবা এটি ডেকা-ল'ৰাৰ মাত শুনা গ'ল···( অবাইচ ) ইয়াক কোৰেৰে চৰিয়াই পেলা অ'। ক'ৰ মানুহ ক'ত আহি টিঘিল ঘিলাইছেহি।” জুমৰ মাজৰপৰা আৰু মাত শুনা গ'ল, “ৰ' নগাৰ চাঙৰ তলেহে বাট—আমাৰ ঘৰৰ আগেদি তেজপুৰলৈ মটৰ চলাই যাবি। হোলোঙাৰে ( অবাইচ ) খুচিম। বেটা চাহাব, চুকতে থাকি বুকুতে ( অবাইচ ) কামোৰ !”

দুই একে চাহাবলৈ চোচা ল'ব খুজিলে। বোধনদেউ আৰু অন্যান্য দুই এজনে বুজাই বঢ়াই ৰাখিলে। পৰিস্থিতি গৰম হোৱা দেখি চাহাবে জীপত লৈ অহা বৰমহৰী আৰু মজদুৰ কেইটাৰ সৈতে বঙলালৈ উভতিল। বৰমহৰীয়ে নাকৰ তললৈকে নমা চচমাৰ ওপৰেদি জীপ চলাব লগে লগে পোঙ্কোৰাকৈ ৰাইজলৈ চালে।

“কোন অ' সেইটো ?” জুমৰ মাজৰপৰা কোনোবা এজনে ক'লে —“কেলেই আমাৰ সেই উজৰা-চুকৰ সন্ধিৰাম বৰমহৰী নহয় ?” কণ্ঠিয়ে ক'লে। “ঢোলৰ লগত টেমেকা, ইয়াৰ মইমতালি ( অবাইচ ) চোৱা। আচু কাঠৰ গুৰি পায়েই শিয়াল বঙা হ'ল ( অবাইচ )” মনবৰে ক'লে।

“যাৰ নিমখ খাইছে তাৰ নিমখ হাৰাম কৰিব নেপায় নহয় ? বাগানৰ চাকৰি কৰি তাহানিৰ এসাজ খাই এসাজ নোখোৱা সন্ধিৰাম



এতিয়া সজাল ধৰি উঠিছে। গাৱঁৰ ঘৰ দেখিছানে নাই ? মাটি কেই পুৰা কিনিলে কিবা খবৰ আছে জানোঁ ?” বোধনদেউৱে বুজনি দিলে।

চাহাব গ'ল ; কিন্তু দাৰোগা-চিপাহী আহিল। বে-আইনী ভাবে গ্ৰাণ্টৰ মাটি দখল কৰাৰ কাৰণে পুলিচে মাটি ভঙা ৰাইজৰ কাৰোবা কাৰোবাক গ্ৰেপ্তাৰ কৰিলে। এই গ্ৰেপ্তাৰত পৰিল কণ্ঠি, আলি চাহাব, বগাই বৰা, কাকতি, বোধনদেউ, মনবৰ আৰু অন্যান্য বহুতো।

“মাটিহীনক মাটি লাগে। বাগিছাৰ গ্ৰাণ্টৰ মাটি ৰাইজৰ মাটি। মাটি এনেয়ে পেলাই থোৱাৰ অধিকাৰ কাৰো নাই।” এই ধ্বনিৰে আকাশ-পাতাল মুখৰিত কৰি গ্ৰাণ্টৰ মাটিৰ কাৰণে ৰাইজে সত্যাগ্ৰহ চলালে। ভেটিৰ মাটিকণৰ কাৰণে হাঁহাকাৰ কৰা বস্তিত থকা চাহ-বাগিচাৰ কাম এৰা বনুৱা আহিল, কৃষক আহিল, মধ্যবিত্ত আহিল, শিক্ষিত লোক আহিল। মাটিৰ কাৰণে স্বইচ্ছাই সত্যাগ্ৰহ কৰি কাৰাবৰণ কৰিলে চতিয়া, জামুগুৰিৰ বহুতো ৰাইজে।

## প্ৰবাব

"মই নকৈছিলোঁ, আখৈহে ফুটিব, ধান আখৈৰপৰা ( অবাইচ ) নেবায়। কি দৰকাৰ হেঁা, কোদোৰ বাহত চাপৰটো মাৰিবলৈ ?"—চিলিমৰ হুমাই যাব খোজা অঙঠা কিটা হাতৰে টোকৰ মাৰি ধনী সূত্ৰধাৰে বেজ গাৱঁৰ গায়নবৰাৰ চ'ৰাঘৰত বৰাই নিজা হাতেৰে, বৰ বেছি ৰান্ধা-বটালীৰ ব্যৱহাৰ নোহোৱাকৈ সজা চকীখনত বহি কথা আৰম্ভ কৰিলে। "এবাহে, সচি, কংগ্ৰেছী চৰকাৰটো আছে, ভৰলীয়ে গৰা খহাইছে দেখিছে নহয়। আমাৰ ভূঞা, বৰঠাকুৰ, শইকীয়া, বৰা, এই সকলে কিবা নেজানেনে ? দিব নহয়, কিবা এটা কৰি"—গায়নবৰাই উত্তৰ দিলে। "শুনিছোঁ বোলে, কৰচনাতলা বাকৰি, দিকৰাই গোপচাৰ এইবিলাকত মাটি দিছে, সেইবিলাকেই নহ'ব জানেঁা ?" সূত্ৰধাৰৰ কথাত আকৌ প্ৰশ্ন।

"কেলেই নহ'বহে ? ৰাইজে মিলা-প্ৰীতিৰে চলিলে মাটিয়ে আটি যাব। জীয়াই থাকোঁতেহে সকলো, মৰিলে সেই হুচলি খৰিহে। মাটি নাই বুলি ইমান আক্ৰোহটো ভাল নহয়। বুজিছা, এইবোৰ কিবা ৰাজনীতিহে"—গায়নবৰাই কয়। "এৰা, মোৰো তেনেকুৱা তেনেকুৱাই লাগিছে। আলি চাহাব কেলেই লাগিবহে ? স্কুলত, চৈধ্য-পোন্ধৰ, কুৰি মাহে দ্ৰুপ পাই চাকৰি কৰি আছে, আকৌ গাৱঁৰ ( অবাইচ ) ডেকা-ল'ৰা সোপাক লৈ চাহাবৰ মাটিত কোৰ চবিওৱাৰ কি দৰকাৰ ? বোলোঁ, 'পঢ়ে পঢ়ায়, ৰোৱে পাণ, এই তিনিয়ে নিচিন্তে আন' ।" সূত্ৰধাৰে ক'লে।

"কিহৰনো পাণ ৰোৱাৰ কথা পাতিছা গায়নবৰা কাই ?" এই বুলি গাৱঁৰে বলো পণ্ডিত সোমাই আহিল।

"আহা, আহা, পণ্ডিত বহা।" বুলি চ'ৰাঘৰত থকা তৃতীয়খন



চকী ধূলি-মাকতি হাতেৰে ঠপৰিয়াই গায়নবৰাই পণ্ডিতৰ ফাললৈ আগবঢ়াই দি ক'লে,—"কিবা বোলেনে সত্যাগ্ৰহৰ কথা কৈছোঁ। তিপ্লোঙাৰ সত্যাগ্ৰহত চতিয়াৰ আলি মাষ্টৰ জেললৈ গ'ল নহয়। তাকেহে সূত্ৰধাৰে কৈছে বোলে 'পঢ়ে, পঢ়ায়, ৰোৱে পাণ, এই তিনি জাতিয়ে নিচিন্তে আন'। মাষ্টৰ মানুহ, তোমাৰ কি দৰকাৰ !" "হওঁতে হয়, পিছে, পাণ ৰুবলৈও সুবিধা দিব লাগিব নহয়। আৰু এটা কথা, জনা লোকে দেখুৱাই দিলেহে ৰাইজৰ চকু গজিব। আমি নোৱাৰিলেও, আলি চাহাবে বেয়া কাম কৰিছে বুলি আমি নকওঁ দেই। ডাকে কৈছে,...এই তিনিয়ে নিচিন্তে আন।' বাৰু নিচিন্তি থাকিবা কেনেকৈ ? ভৰলীয়ে গৰা খহালে, ৰোৱাতী মাটি নৈৰ বালিয়ে পুতিলে, দৰমহা তিনি চাৰি মাহেও নেপায়, স্কুল ঘৰৰ মূধ ছুফাল—বোলে, 'হাতী দাঁতৰ ৰুৱা, ৰ'দ পৰে পুৱা হুহাল বাবলৈ তিনিটা লাগে।' বেঞ্চ, ডেস্কতো দূৰৰে কথা। কোৱাচোন গায়নবৰা কাই, নিচিন্তি কেনেকৈ থাকা।"

"হওঁতে হয় পণ্ডিত, পিছে দেশখনৰ কিবা জোৰাই নমৰা হ'লহে। পণ্ডিতৰ কথাত সঁহাৰি দি ভিতৰ ফালে চাই গায়নবৰাই মাত লগালে, "হেৰি আৰ অ', সেই পানী কৰিছ যদি তিনিওলৈকে কৰিবি, আমাৰ পণ্ডিতো আহিছে।"

গায়নবৰাণীয়ে ছুবাৰত আহি তিনিটা বান বাটিত তিনি বাটি চাহ লগতে তিনিটা খুৰী-বাটিত তিনিকণ গুড় আনি তিনিওৰো আগৰ ঠাইকণ মচি মচি চাহ থৈ, "কৃষ্ণ পানীকণ ধৰক" বুলি কলে। পণ্ডিত আৰু গায়নবৰাই চাহৰ বাটিত ফু দুটামান মাৰি মুখ দিলে। সূত্ৰধাৰে সোঁহাতৰ তৰ্জনী আঙুলিটো বেকা কৰি দ্বিতীয় গাঁঠিৰ পিঠিফাল চাহত লাহেকৈ লগাই চাহ চেঁচা হৈছেনে নাই উমান ললে। সূত্ৰধাৰে আকৌ চাহ চেঁচা হলেহে খায়। খুৰী বাটিটোত থকা গুড়কণত পৰিবলৈ ধৰা মাখিটো খেদাই সূত্ৰধাৰে মাত লগালে,—"কনটিলৰ চেনি পালানে নাই, আমি এইবাৰ

নেপালোঁৱেই। মৰণাকুৰিৰ হৰিধন আৰু আমাৰ গাৱঁৰ জয়ৰাম দোকানীয়ে হেনো কিবা চহৰতে ( অবাইচ ) ইহাঁত-সিহাত কৰি এই অঞ্চলৰ দোকানত কেইসেৰ মানহে উলিয়াইছেহি। সেই কেই-সেৰৰ ভাগনো আৰু আমি পামনে ? সমাজৰ মূৰদঙাসকলে বিলাই ললে হেনো।”

“এ, ক’ত পাবা ? ল’ৰাটোৱে আনিছিল কিবা এপোৱামান আধেৰ। সেইকণ আকৌ বোৱাৰীজনীয়ে কেঁচুৱাটোলৈ থৈছে। এহ, এইজনীয়েনো কি কৰিলে তাৰে একোকণ দিব পায়—পণ্ডিতো আহিছে।” গায়নবৰাই ক’লে।

“হ’ব, হ’ব, গুড় খোৱাৰ আমাৰ কিবা অভ্যাস নাইনে ?” পণ্ডিতে ক’লে।

“বাৰু, পণ্ডিত! তুমি তেনেহলে আলি চাহাবে এইবোৰ কৰা ভাল বুলিলা ? এতিয়া শুনিছোঁ। কিবা বোলেনে স্কুলৰ চাকৰিটোও যাব। চাকৰিটো গ’লে মানুহটোৰ বৰ কষ্ট হ’ব দেই—ল’ৰালু’ৰিও পঢ়াবলৈ আছে।” তামোলৰ বটাটো আগবঢ়াই দি গায়নবৰাই ক’লে। বলো পণ্ডিতে তামোল নেখায়, বটাটোৰ কাষৰে পাণ অকণ ফালি মুখত ল’লে। সূত্ৰধাৰে তামোলখন মুখত ভৰাই পাণৰ সৰহীয়া চূণকণ চকীৰ খুৰাত সানিলে। তামোলৰ পিক্‌খিনি মুখৰপৰা পেলাবলৈ পিৰালিৰ কাষলৈ গৈ থাকোঁতেই কৈ গ’ল, “চতিয়াৰ আলি মাষ্টৰে বোলে বৰ ভাল ইংৰাজী পঢ়ায়। চতিয়াৰ শালপতিৰ ল’ৰাটোৱে আমাৰ ল’ৰাহঁতৰ আগত কৈছে। ইমান ভাল ইংৰাজী পঢ়াব পৰা মাষ্টৰ বোলে মহকুমাটোতে নাই।”

“হয় হয়, ইনিচপেক্টৰেও বোলে শলাগি গৈছে। বৰ ভাল মানুহ দেও। অকল জানো পঢ়োৱাতহে! ৰাজহুৱা কামতো আটাইৰে আগত। আনকি চতিয়াৰ নীলিমা হলৰ পূজা কমিটিৰো কতবাৰ চেক্ৰেটাৰী হৈছে আলি মাষ্টৰ। বৰ গুণাকৰ মানুহ দেই। ভাওনা, থিয়েটাৰৰ ভাও-ভঙটিতো আছে, নহয়। এবাৰ বুইছানে, আমাৰ



মোমাইৰ ঘৰলৈ যাওঁতে চতিয়াত পিয়লি ফুকন থিয়েটাৰ চাইছিলোঁ। চাহাবটো হৈ আসি নাষ্টৰ ওলাল। সাজে-পোছাকেহে অলপ বেলেগ, মাত-কথা দম-দমনিত সাইলাখ দিকবাইৰ বাগিচাৰ তাহানিৰ চাহাব-টোৱেই,”—পণ্ডিতে ক’লে।

“পিছে, পণ্ডিত, ইমান গুণাকৰ মানুহজনেনো ৰাইজৰ কাৰণে সত্যাগ্ৰহ কৰি জেল খালে বুলিয়েই চৰকাৰে চাকৰিটোৰপৰা ( অবাইচ ) বিদায় দিবনে ?” সূত্ৰধাৰে ক’লে।

“দিবও পাৰে, কংগ্ৰেছৰ বিৰুদ্ধে ৰাজনীতি কৰা মানুহ।” পণ্ডিতে ক’লে।

“কেলেই, দপাম হাইস্কুলৰ হেডমাষ্টৰ দেখোন প্ৰাথমিক্ কংগ্ৰেছৰ চেক্ৰেটৰী। সেইয়া জানো ৰাজনীতি নহয়!” গায়নবৰাই মাত লগালে।

“এই, সেইখিনিতেই লেঠা। কৌৰৱৰ চাউল খাই পাণ্ডৱৰ গীত গাব বোলে নেপায়। কৌৰৱৰ চাউল নিসিজিলেও সিজা বুলি খাব লাগিব। কংগ্ৰেছৰ কাৰণে যিমান ঘূৰা, যিমান ৰাজনীতি কৰা, সেইয়া ৰাজনীতি নহয়। তুমি মন্ত্ৰীৰ গাড়ীত উঠি ফেটীসাপৰ দৰে ফেট তুলি গৈ কবৈয়নী চাপৰিত মিটিঙেই মাৰিলা স্কুল খটি কৰি যেনিবা, কোনে ধৰে ? ৰজাই ভাল দেখে যাক, ভেটিও নেলাগে তাক।” পণ্ডিতে বুজালে।

‘হেৰি নহয় পণ্ডিত, এইবাৰ বাৰেচহৰৰ ভাওনাৰ কিবা কথা-বতৰা ওলাইছে নে ?” সূত্ৰধাৰে সুধিলে।

“ওঁ, ওলাইছে। ৰাইজে গুণাগঁথা কৰিছে। বতৰ-কালি দিনত পতাৰ কথা কৈছে। ফাটেকৰপৰাও ডেকা-ল’ৰাহঁত, বোধনদেউহঁত ওলাওক।”

## বাৰ

"সেইয়া নহয় চামধৰীয়ানী। বুজিছানে, সিদিনা কিবা বোলেনে, সেই মঙ্গলবাৰৰ দিনা দুপৰীয়া চেদাপাত এখিলা কিনিবলৈ হৰিধনৰ দোকানত সোমালোঁ—যিটো কাণ্ড দেখিলোঁ"—সইতীবুঢ়ীয়ে জাপৰীবাইৰ জুহালৰ গুৰিত চাহৰ বাটিটোত শেহ সোহাটো মাৰি ক'লে।

"কিটো দেখিলা, কিবা লৰক-ফৰকনেকি?"

"লৰক্-ফৰক কিটো আছে, সচি হাতে হাতে টকা লৈছে। জানোঁ একুৰিয়েই নে ডেৰ কুৰি।" তামোলৰ বটাৰপৰা তামোল-পাণ লৈ খুন্দনাত খুন্দি খুন্দি সইতীবুঢ়ীয়ে ক'লে।

"সোণপাহী এতিয়া সিমানখিনি পালেগৈনে? বাহিৰত হেৰিটো দেখুৱালে কি হ'ব—ভিতৰি লৰক-ফৰক—। অ', সেয়েহে কয়, বোলে, 'তিৰী এ, পাহৰিলোৱেই, ভাটো কোৱা, এই চাৰি জাতিৰ আসৈ নোপোৱা'। আও, মানুহটো ফাটেকত আছে। তাইনো বাৰু, এইখন কাণ্ড কৰিব লাগেনে?" জাপৰীবাইয়ে আৰু এটা তামোল কটাৰীখনৰে দুফাল কৰি কয়। "পাৰোঁতে জানোঁ ৰামচন্দ্ৰ প্ৰভুৱে সীতা হেন গোসাঁনীকো অগণি পৰীক্ষা কৰিহে গ্ৰহণ কৰিছিল। কি কোৱা চামধৰীয়ানী।"

"ক'বলৈ কিটো আছে, সোণপাহী কিন্তু, বৰ অধৰমলৈ নামিছে দেই। তাইৰ পেচটো দেখিছানে, দিনক দিনে চৰিহে গৈছে। নহ'বলৈ ছোৱালীপাত হ'ল যেনিবা বৰ মানুহৰহে ছোৱালী। তাইকনো কি পিন্ধাইছে!" জাপৰীবাইয়ে বহাৰপৰা উঠি দুৱাৰৰ ফাললৈ কোনোবা অহা যেন উমান পাই জুমি চালে।

ইতিমধ্যে মণ্ডলনী দুৱাৰ পাৰ হৈ ভিতৰ ফালৰ পিৰালিত ভৰি দিলেহি। "অ', মণ্ডলনী দেখোন, বাটৰ বগৰী জেঙনো কোনে



গুচালে?" এইবুলি জাপৰীবাইয়ে মণ্ডলনীৰ ফাললৈ মূঢ়া এটা আগবঢ়াই দিলে।

"বগৰী জেঙনো কোনে গুচাব, নিজেই গুচাইছোঁ। কিবা সময়েই নেপাওঁহে। এগোহালি মানুহৰ ভাত-পানীৰ লেঠা মাৰি আজৰিয়েই হ'ব নোৱাৰোঁ।" মণ্ডলনীয়ে মুঢ়াটো অকণমান আঁতৰাই বহি কয়।

"কিয়, বোৱাৰীক বান্ধনী দিয়া নাই জানোঁ?" সইতীবুঢ়ীয়ে মাত লগালে।

"নাতিনী দুতুনাৰ মুখ নেদেখাকৈ আমাৰ তেখেতৰ আকৌ নচলে। পুৰণি গইদটো এৰিব খোজা নাই। ময়ো জোৰ কৰা নাই। মোৰো দুকুৰি ন বছৰ বয়স হৈছেহে। গাত বল শক্তি আছে যেতিয়া বান্ধি বাঢ়ি খুৱাইছোঁ।"

"এ, তুমি সিদিনাৰ ছোৱালীহে। তোমাৰ বিয়াত সুৱাগুৰি তোলোঁতে নচা মোৰ এতিয়াও মনত আছে। ভালকৈ কেৰু-অন্তি পিন্ধাই সজালে পৰালে এতিয়াও বিয়া দিব পৰা জনী হৈ আছা!" জাপৰীবাইয়ে ক'লে।

"অ', বোলোঁ চিৰি চেহেৰা মণ্ডলনীৰ ভালে নেথাকি, তোমাৰ মোৰ পৰৰ হাতলৈ মুখলৈ চোৱাবিলাকৰ ভালে থাকিবনে? মণ্ডলনীয়ে দিনটোত মাছটো, দৈ টেকেলিটো সামৰিয়েই আজৰি নেপায়।" সইতীবুঢ়ীয়ে ক'লে।

"এ, নাই, বাই, আজিকালি সেইবোৰ দিন ক'ৰবাত দৈয়বাসেহে এটা পৰেহি। তাহানি বোৱাৰী হৈ এইখন ঘৰলৈ সোমোৱাৰ পিছত বস্তু কঢ়িয়াই আমনি লাগিছিল।"

"পিছে, মণ্ডলনীৰনো অহাৰ সকাম কি?" জাপৰীবাইয়ে সুধিলে।

ইফালে-সিফালে চাই মণ্ডলনীয়ে জাপৰীবাই আৰু সইতীবুঢ়ীৰ আৰু কাষ চাপি ফুচফুচাই ক'লে,—"তোমালোক দুয়োকে কৈছোঁ মোৰ মুৰকেহে খোৱা, কাকো নকবা।"

"তোমাৰ আঁৰ হবলৈ কেলেইনো কম হোঁ।" দুয়ো বুঢ়ীয়ে একে মুখেৰে কোৱাদি ক'লে। ইফালে-সিফালে চাই মণ্ডলনীয়ে লাহেকৈ ক'লে,—"কিবা লাজলগা কথা। জীয়ৰী-বোৱাৰীৰ আগত এতিয়া আকৌ মৰিবলৈ ওলাইছোঁ। আজি তিনি মাহে গা-মূৰ ধোৱা নাই। বাই, তোমাৰ দৰব-পালি দিয়া দেও। আমাৰ পণ্ডিতনীয়ে বোলে তোমাৰ পালি দৰবৰে গুণ পালে। তেওঁৰো, মোৰ নিচিনাই কথা হৈছিল। তুমি বোলে ৰক্ষা কৰিলা। তেওঁহে মোক তোমাৰ গুৰিলৈ পঠাইছে।"

"বৰ লেঠাত পেলালা দেওহে, এইবোৰ শাওখোৱা জীয়া পাপ দেই। পাপ কামলৈ কেলৈ বাৰু আগবঢ়াবলৈ আহিছা ? নাই, মই নোৱাৰোঁ। কিনো পিথৱীত নোহোৱা কথা হ'লহে।" জাপৰীবাইয়ে মুখখন একটিয়াকৈ ঘূৰাই ক'লে।

"কাবৌকৈ মাতিছোঁ দেই, মোক মৰিয়াই নেমাৰিবা। যি লাগে ল'বা, দৰব-পালি জানা দেখিহে আহিছোঁ।"

"নিদিয়ানো কিয়হে চামধৰীয়ানী ?" সইতীবুঢ়ীয়ে মণ্ডলনীৰ ফালে মাত লগালে।

"নাই, নাই, এইবোৰ বেয়া কাম, পাপ কাম, সেইকাৰণে পো-পোৱালী নৰ'ল। বুঢ়া কালতো আজুৰি মৰিছোঁ।" জাপৰীবাইয়ে এই আষাৰ কৈ গহীন হৈ বহিল যদিও মণ্ডলনীয়ে মেখেলাৰ খোচনিলৈ হাত নিয়া দেখি সেইফালে কৌতুহলৰে চালে।

"লোৱা দেও, এই দহটকা লোৱা। কামটো হৈ গ'লে খনীয়া এখনো দিম।" মণ্ডলনীয়ে খোচনিৰপৰা দহটকীয়া নোট এখন উলিয়াই জাপৰীবাইৰ হাতত সুমুৱাই দি কাবৌ-কোকালি কৰি হাত দুটা সাৰটি ধৰিলে।

"এহ, কিবা সাপে মেৰোৱাদি মেৰিয়াই ধৰাহে, উপায় নাই।" এই বুলি নলীয়া কটাৰী ডোখৰ লৈ জাপৰীবাই বাৰীত সোমাল। অলপ পিছতে বাকলি গুচুৱা শিপা এডাল আনি দি ক'লে, "ৰাতি



ভাত নেখাবা, পাণৰ লগত খুন্দি খাবা। চিন্তা নকৰিবা, একেবাৰেই জইনমৰা।"

"মোক বচালা দেই, পো-বোৱাৰীও বিয়নীৰ ঘৰলৈ গৈছে, সৰু ল'ৰাটো আৰু সৰু ছোৱালীজনী মোমায়েকৰ তালৈ গৈছে। এই সুবিধাতে আজিয়েই দৰব-পালি খাব লাগিব। বাইহঁত যাওঁ দেই।"—এই বুলি দৰব-পালি কাগজ এডোখৰত বান্ধি কঁকালৰ খোচনিত লৈ মণ্ডলনী যাবলৈ ওলাল।

"যাবা, ৰ'বাচোন। পিছে, পাৰ পালে ভূৰত লাঠি নামাৰিবা আকৌ।" মণ্ডলনীয়ে ভৱিষ্যতে যাতে খনীয়াখন দিবলৈ নেপাহৰে, জাপৰীবাইয়ে তাৰে ইঙ্গিত দিলে।

"আমি তেনে মানুহ নহওঁ বাই", এই বুলি মণ্ডলনী আকৌ মূঢ়াত বহিল।

"সোণপাহীৰ কথাবোৰ শুনিছানে নাই ?" সইতীবুঢ়ীয়ে ক'লে।

"তাই গাওঁ গুচালে, বুজিছানে মণ্ডলনী।" জাপৰীবাইয়ে সোণপাহীৰ কথাৰ মেৰ-পাক খুলিলে।

"শুনিবলৈ কি বাকী আছে ? গাওঁ গোটেই ৰৌজাল-বৌজাল। কিবা বোলে হেনো, হেৰি আৰু অ' হৰিধন দোকানীৰ লগত হাত-বাত।" মণ্ডলনীয়ে যে কথাটো জানে তাৰ আভাস দিলে।

"এৰা, তাকেহে কৈছোঁ, শিৰত সেন্দুৰ ললি ; সচি মতাটো আছে। দুদিন বাইজৰ লগত সি ফাটেকলৈ গ'ল বুলিয়েইনো, অধৰমী হ'ব পাৰনে ?" থুই কতা বুলি সইতীবুঢ়ীয়ে বহাৰপৰা তামোলৰ চোবা অকণ মুখৰপৰা হাতত লৈ ঘৰৰ ভিতৰৰ চুকটোলৈ দলি মাৰি দিলে।

# তেৰ

জামুগুৰিৰ পকামূৰা পথাৰত বাৰে চহৰৰ ভাওনা পতাৰ আয়োজন চলিল। ডুমাহৰ আগৰপৰা জামুগুৰিৰ বিশ-ত্ৰিশখন গাৱঁৰ ৰাইজে খলা অটাই ৰভা-পৰলা দিয়াৰ কামত ধৰিলেহি। ৰাইজৰ সিদ্ধান্ত চৌবিশখন ৰভা কৰি তিনিদিনীয়াকৈ প্ৰত্যেক নিশা চৌবিশ খনকৈ ভাওনা কৰিব। পদুমফুলৰ আৰ্হিৰে মাজৰ ৰভাখন কৰি সংযোগ ৰভাবিলাক সাজি বাটচ'ৰা আদি দি বৃত্তৰদৰে ৰভাবিলাক লগ-লগাই সজাই-পৰাই তুলি ভাওনা কৰালৈকে বহুত শ্ৰমৰ আৱশ্যক। ধনৰো আৱশ্যক কম নহয়। জামুগুৰীয়া ৰাইজেও বিশ্বাস কৰে—'ৰাইজে নখ জোকাৰিলে নৈ বয়'—ভৰলী নৈ বোৱাবদৰে।

ডুমাহমান আগৰেপৰা জামুগুৰিৰ গাওঁবিলাক উখল-মাখল। বিভিন্ন গাৱঁৰ গায়নবায়নসকলৰ উশাহ লবলৈকে সময় নাই। বাৰে চহৰৰ ভাওনাৰ ৰভা-পৰলা দিবলৈ ৰাইজক সৰিওৱা, ইজন-সিজন লগ লাগি বা-বৰঙণি তোলা ইত্যাদি। কামৰ লগে লগে ডেকাহঁতৰ আকৌ ৰাতি ৰাতি ভাওনাৰ আখৰা। চল্লিশ-পঞ্চাশ হেজাৰ লোক গোট খাব—তাত ভাওনা কৰিব লাগিব। বচন-কথা সলসলিয়া নহ'লে জানো হ'ব? ৰাতি ৰাতি খোলৰ বোলত, আখৰাৰ বচনত, নামঘৰবিলাক ৰজন-জনাই থাকে।

বোধনদেউ, কণ্ঠিৰাম আদি ফাটেকৰপৰা আহিয়েই বাৰে চহৰৰ ভাওনাত লাগিল। ৰাইজে হজ কৰিছে। "শুনিছানে সূত্ৰধাৰ, এইবাৰ বোলে ৰাজেনে খাচীয়া পাহাৰ, নেফা, মণিপুৰ আদিৰপৰাও মানুহ আনি বাৰে চহৰৰ ভাওনা দেখুৱাৰ কথা। গৱৰ্ণৰো অহাৰ কথা বোলে। দূৰণিৰ মানুহ আহিব যেতিয়া আমাৰ সোধ-পোচ, ভাওনা-সবাহ, সকলো ভাল হ'ব লাগিব।"—বোধনদেউৱে ক'লে।



"কোন ৰাজেনহে?" সূত্ৰধাৰে মাত লগালে।

"তুমিও ভাল দেও, কেলেই—সেই আমাৰ ডেকাসোন্দৰৰ, আলোক ককাইদেউৰ ভায়েক বাপু নহয়?" পণ্ডিতে ক'লে।

"এ, তাকে কোৱা; আমি তেওঁক আকৌ বাপু বুলিহে মাতোঁ। ৰাজেন, পোচাকী নামটো নেজানোৱেই। তেওঁ কিবা সেইখন নাচ-গান কৰি ফুৰিছিল নহয়? কেতিয়ানো আহিল?"

"বহুত দিন হ'ল, বৰ নাম কৰিছিল, বুজিছাঁ। ভাৰতৰ বাহিৰতো ৰাজেনে নাচ-বাগ কৰি দেখুৱাইছিল। এতিয়াও পাহাৰে-পৰ্বতে আমাৰ নাচ-বাগ দেখুৱাই পাহাৰৰ ল'ৰা-ছোৱালীকো শিকাইছে।" পণ্ডিতে ক'লে।

"কিটো হ'বহে, পৰ্বতে-পাহাৰে নাচ-গান কৰি ফুৰিলে? নাচে-বাগে নুখুৱাব নহয়। নাচে-বাগে খুউৱাহেঁতেন, তেওঁনো আকৌ মাজতে চাপৰিত পিয়াজৰ খেতি কিয় কৰিলেহেঁতেন? কিয় আমাৰ ধৰ্মানন্দ ককাদেউৰ ল'ৰাটো, কিবা চিকুণ বুলি যে কয়, পোচাকী নাম বিজয় চলিহানেকি—তেওঁনো কম নাচিলে-বাগিলেনে? অসমৰ বাহিৰত বোলে বৰ নামো কৰিছিল। সেইবোৰে নুখুউৱাত তেৰোঁ ঘাটহে ডাকিব লগা হৈছিল। আমাৰটো ল'ৰাও কলেজৰপৰা বন্ধত আহি লগৰে ছুটামানক লৈ ডুগী-দাইনা, হাৰমোনিয়াম গোটাই আমাৰ ঘৰতে পে-পো-পা-পা কৰিছে। মই কিন্তু সাৱধান কৰি দিছোঁ—"পে-পো-পা-পা কৰিছ কৰ, এইবোৰে কিন্তু নুখুৱায়। বিষ্ণু, ফণীহঁতৰ নাম হওঁতে হৈছে—পিছে, তেওঁলোকৰো আৰ্থিক অৱস্থা বেয়া।" আধাখোৱা চিগাৰেটটো জেপৰপৰা উলিয়াই মুখত লৈ জ্বলাই জুইশলা কাঠিটো জোকাৰি নুমুৱাই ৰত্ন পেচকাৰে ক'লে। ৰত্ন পেচকাৰ পেঞ্চন লৈ আহি গাৱঁৰ নিজৰ ঘৰত থাকি মাটি-বাৰী চলাই গাৱঁৰ ৰাইজৰ লগতে ৰাজহুৱা কাম-কাজত লাগিছে।

প্ৰতিবাদৰ সুৰত পণ্ডিতে ক'লে, "নহয় হে পেচকাৰ দেদাই, আমাৰ অসমীয়া মানুহে এইবোৰৰ মোল নুবুজে কাৰণেহে নাচ-গানৰ

সাধনা কৰা মানুহৰ আদৰ নাই। অসমীয়া মানুহে নিজৰ মানুহক ওপৰলৈ তুলি দিয়া দূৰৰ কথা, কোনোবা ওপৰলৈ উঠিব খুজিলে হাকুটি লগাইহে তলৰপৰা টানে। কাৰোবাৰ কাৰোবাৰ আকৌ সেই পুথিত কোৱাৰ দৰে—'হাতীৰ দেখিয়া লাদ, শশা যেন ফাৰে মাৰ্গ', বুজিছা। আমি অসমীয়া মানুহে জীয়াই থাকোঁতে ববকৈ গুণ-গান নকৰোঁ, মৰিলেহে মনত পেলাওঁ দুদিনলৈ। ৰাজেনেনো কি বেয়া কাম কৰিছে? আমাৰ তাহানিৰ শঙ্কৰগুৰুৰ পথকে লৈছে। পৰ্বত-ভৈয়ামৰ সকলোকে গীত-মাত ধৰ্ম-কৰ্মৰ মাজেদিহে আকোঁৱালি লব পাৰি। পৰ্বত-ভৈয়ামৰ লোক ভাই ভাই বুলি অকল বক্তৃতা দিলে কিটো হ'বহে?"

"পেচকাৰ, পণ্ডিতহঁতে নো কি কথাৰ মহলা মাৰিছা? কিবা দ কথা হ'বলা। পিছে, হেৰি নহয়—" সাতোলাই মাত লগালে।

"কিহৰ হেৰিয়াৰ কথা ক'লা?" বোধনদেউৱে সুধিলে।

"এ, কৈছোঁ, সেই বুজৰচুকৰ এঘাৰদিনীয়া-মাহেকীয়া লৈ খেল ফটা-ফটি হোৱাৰ কথা কৈছোঁ। সেইবোৰ মিত-মাত হ'লনে নাই?" বাঁহ এটা কামিৰ কাৰণে দুফালকৈ ফালি সাতোলাই ক'লে।

"মিত-মাত হ'ল। আমিয়েই সিদিনা সেইখন মিত-মাত কৰি দিছোঁ। যাৰ যি বিশ্বাস সেইমতে কাম কৰক। মৰা মৰি গ'ল, কাম-সকাম লৈ ইমান খোৱা-কামোৰা কৰি খেল ফটা-ফটি কৰিব নেপায়।" চঁচা কামিটো বাটচ'ৰাৰ কাৰণে গঠা চালখনৰ দিব লগা ঠাইত পেলাই গাঠি এটা দি বোধনদেউৱে ক'লে। চালৰ সিমূৰে আন এটা গাঠি দি পণ্ডিতেও দেউৰ কথা শলাগিলে।

ৰভাৰ কাৰণে বাঁহ কাটি থকাৰপৰা ৰুদ্ৰ, ঘন, মিনাৰাম আদি কেইবাজনো ডেকা ল'ৰা গাৱঁৰ মুখীয়াল কেইজনমানৰ ওচৰ চাপিল। বোধনদেউকে প্ৰমুখ্য কৰি ৰুদ্ৰই সুধিলে, "মহাশয়ো আছে, দেউৰো আছে, কথা এটা সোধোচোন।"

"কাম-কাজ এৰিনো আকৌ কি কথা সুধিবৰ হ'ল? তহঁতৰ



ডেকাবিলাকৰ দেখিছোঁ কামতকৈ কথাহে বেছি।"—সাতোলাই ক'লে।

"নাই নাই, সাতোলা দেদাই, কাম কৰিম নহয়, আমি ডেকা-ল'ৰাই কাম কৰিলে দেহালৈ নেচাম নহয়।"—ৰুদ্ৰই ক'লে।

"কিনো কথা কচোন"—বোধনদেউৱে মাত লগালে।

কওঁ-নকওঁকৈ ৰুদ্ৰই ক'লে, 'আমাৰ চলিত মাত-কথাত ভাওনাৰ বচনবোৰ মাতিলে কেনে হয়? ব্ৰজাৱলী ভাষা কিবা আচহুৱা আচহুৱা লাগে।"

"নাই, নাই, সেইবোৰ নহ'ব, গুৰুজনাই যি মাত-কথা, সুৰ, পদ-পয়াৰ, বচন দি গৈছে তাৰপৰা এপদো লৰ-চৰ হ'ব নোৱাৰে। পুৰণি নাট-ভাওনা কিবা যাত্ৰা নেকি? আমাৰ বাৰেচহৰীয়া ভাওনাৰ বচন-কথা প্ৰাচীন, গতিকে ইয়াত প্ৰাচীন মাত-কথা বাদ দিব নোৱাৰি।" পণ্ডিতে ডেকাহঁতক একপ্ৰকাৰ খং কৰাদিয়েই কৰিলে। পণ্ডিতৰ কথাত সাতোলা, বোধনদেউ আদি প্ৰায় বুঢ়াসকলে হয়ভৰ দিলে। ৰুদ্ৰ, ঘনহঁতে এই বিষয়ে আৰু কথা উলিয়াবলৈ সাহ নকৰিলে।

ৰুদ্ৰই এই কথা এৰি আকৌ গধুৰ কথা এটা বুঢ়াসকলক উদ্দেশি বোধনদেউক সুধিলে,—"হয়নে দেউ, বাৰে-চহৰৰ ভাওনাৰ ৰভাত এই যে মাজৰ টুপটোক কেন্দ্ৰ কৰি প্ৰত্যেকখন ৰভা য়ে লগ লাগিছে সেইয়া দৰ্শকে একেলগে ভাওনা চাবৰ সুবিধাৰ কাৰণে নেকি? প্ৰতিখন ৰভাক লগ-লাগোৱা চৌধ্যটা খুটাৰ অৰ্থনো কি?"

"এইয়া, তহঁত লেখা-পঢ়া জনা মানুহ। এইবোৰ তহঁতেহে জানিব লাগে। আকৌ আমাক সোধ!" বোধনদেউৱে ক'লে। "শুন—মূল টুপটো লগ-লগোৱা ৰভাবিলাক হ'ল পদুমৰ পাহি আৰু মাজৰ টুপ হ'ল পদুমৰ চকা। কেলৈ, মহাপুৰুষে লেখি থৈ গৈছে নহয়,—'তযু নাভি কমলত ব্ৰহ্মা ভৈলা জাত, যুগে যুগে অৱতাৰ ধৰা

অসংখ্যাত।” বোধনদেউৱে স্তুৱ দি গালে। সাতোলাই ব’ব নোৱাৰি দশ অৱতাৰৰ ভঙ্গী এটাকে দিলে। ডেকা-ল’ৰাখিনিৰ মাজত হাঁহিৰ ৰোল উঠিল। “দেদাইৰ এতিয়াও এই বয়সতো গা উঠে।”—ঘনই মাত লগালে। “গা নুঠিব কিয়? এইবোৰ গুৰুজনাৰ নিৰ্মালিহে।” সাতোলাৰ সোলা মুখেদি এটা স্বৰ্গীয় হাঁহি বিৰিঙি গ’ল। “ৰুদ্ৰই যে সুধিছিলি শুন, এই অপূৰ্ব পদ্ম ফুলৰ আকৃতিৰ ৰভাবিলাকৰ মাজৰ খিনিয়েই হ’ল ব্ৰহ্মাৰ নাভি আৰু সেয়েই সমস্ত জগতৰ সৃষ্টিৰ মূল। ভাগৱতত কৈছে নহয়—‘পুনু সৃষ্টি কালে ভগৱন্তে মন দিলা, তেতিক্ষণে নাভি হন্তে পদ্ম বাজ ভৈলা’।” বোধনদেউৱে গহীন হৈ ভাগৱতৰ দুফাঁকিমান পদ মাতি আকৌ ক’লে,—“এই যে প্ৰতিখন ৰভাক লগ লগোৱা চৈধ্যটা খুটা সেইয়া হ’ল হিন্দু ধৰ্মৰ চৈধ্যজন পাৰিষদ। এই চৈধ্যজন পাৰিষদেই আমাৰ পাপ-পুণ্যৰ বিচাৰ কৰে। বাৰে চহৰীয়া ভাওনা পতা ৰাইজে এই বিশ্বাসকে পুৰুষে পুৰুষে কৰি আহিছে। ধৰ্ম-বিশ্বাসৰ ভেটিতেই একতাৰ ডোলৰে বান্ধ খাই তাহানিৰেপৰা কিমান কষ্টৰে ৰাইজে বাৰে চহৰৰ ভাওনা পাতিছে। এতিয়াতো ভালেই। মেণ্ঠল লাইট ওলাল, বিজুলী বাতি ওলাল। তাহানি ভোটা আৰু আৰিয়া জ্বলাইহে বাৰে চহৰৰ ভাওনা পতা হৈছিল। কেলেই, শলগুৰিৰ কুকুৰমৰা পথাৰত পতা বাৰে চহৰৰ ভাওনালৈ ভোটা আৰিয়া জ্বলাবলৈ ঘৰে প্ৰতি এপোৱাকৈ খাইতেল তুলিছিল। তহঁত আছ, সেই খাইতেল তোলা চুঙাৰে খৰি পুৰিয়েই বাৰে চহৰৰ ৰাইজে ভোজ খালে। বাৰে চহৰৰ ৰাইজ মানে কি? সেইদিনতে আঠ-দহ হেজাৰ মানুহ।”

“দেউ চালত গাঠি দিবলৈ এৰি কিবা শাস্ত্ৰ ভাগৱতত লাগিল দেখোন। ডেকাহঁতে কিন্তু মূৰ পোলোকা দিব দেই—” পণ্ডিতে চালৰ ইটো মূৰৰপৰা মাত লগালে।

“নাই নাই, নিদিয়ে। ডেকা ল’ৰাই নকৰিলেনো আমি হাঁড় পকা বুঢ়া সোপাই কিবা কৰিব পাৰিমনে? হেৰ, ৰুদ্ৰ, ঘন, উঠহঁত।



বাঁহ কাট, দুটামানে মাৰলি চিকুণা।” বোধনদেউৱে এইবুলি কামৰ দিহা দি কঁকাল পোনালে।

‘আৰে শুনিয়োক দুঃশাসন মোহোৰ বচন, মোৰ আগে তোক মই দেখোঁ অল্প-জন। আন সব বীৰ সম নেদেখিবি মোক, একে কোবে পঠাইবোহোঁ যম ঘৰে তোক।’ “সেইতো একেবাৰেই ভীম হৈ আহিছে দুঃশাসনৰ ৰক্তপান কৰিবলৈ”—কামি এটাৰ আথি মাৰি সাতোলাই দূৰলৈ চাই কয়।

ৰাতি হোৱা আখৰাত মনটো থৈ হাতৰ দা ঘূৰাই ঘূৰাই কণ্ঠি ওলালহি।

“তোৰ বচন আহিল যেনেই পাইছোঁ। পিছে, বচন আহিলেই নহ’ব, ৰাইজৰ হজলৈও সময়মতে আহিব লাগে।” সাতোলাই কণ্ঠিক সকিয়াই দিলে। “তোৰনো কিহৰ লেঠা? তোলনীয়া ছোৱালীজনী ডাঙৰেই হ’ল। আলপৈচান ধৰিবলৈ সচি ঘৰৰ মানুহজনী আছেই।” পণ্ডিতে চালৰ কাম কৰি থকাৰপৰাই মাত লগালে।

“ইয়ালৈ সোনকালে আহিবলৈ পালে ভাল পাওঁ। আজিকালি আগৰ ঘাটত থকাৰ দৰে ৰোজগাৰ নাই নহয়। চাপৰিলৈ যোৱা মানুহক পাৰ কৰি নাও দুখেপমান মাৰি আহিলোঁ। তেহে আকৌ দিনটোৰ খোৱাকিটো হ’ব। নহলে লঘোণ।”—কণ্ঠিয়ে কাটিবলৈ লোৱা বাঁহ এটা ঘপিয়াই ক’লে। “আও, ঘাটৰ কাম এৰিলি বুলিয়েই তোৰ এনেকুৱা হ’লনে ককাই! খেতি-বাতি নাই জানো?” মিনাৰামে কণ্ঠিৰ কাষলৈ যাবলৈ ওলাই মাত লগালে।

“খেতি-বাতিনো ক’ত আছে? মাটি চাৰি বিঘা আছিল, তাৰে দুবিঘা পিতাই দিনৰ ধাৰত পেচকাৰে লৈ থলে। এবিঘা ভৰলীয়ে খালে। বাকী বিঘা মাটিৰে কি হ’ব?” এই বুলি কণ্ঠি গহীন হ’ল।

“পিছে হেৰি নহয় কণ্ঠি, তোৰ ঘৰৰ মানুহজনী আৰু ছোৱালী-জনীৰ সাজ-পাৰ দেখিলে তোৰ অৱস্থা বেয়া হৈছে বুলি মনে নধৰে।”—সাতোলাই অলপ ভিতৰত অৰ্থ ৰাখি কোৱাদি ক’লে।

"পিন্ধিছে আৰু। সেইবোৰনো ক'ৰ এতিয়া লোৱা। মই ঘাটৰ কাম কৰি থাকোঁতেই তাইক দিয়া। ভালকৈ বাখিছে কাৰণে ভালে আছে। ছোৱালীজনীক হ'লে নেখাইও এসাজ দিছোঁ"—কণ্ঠিয়ে ক'লে।

সাতোলাই ধনী সূত্ৰধাৰৰ চকুত চকু থলে আৰু তাৰ পিছতে কাণত ফুচফুচাই ক'লে, "সইতীবুঢ়ীহঁতে কোৱাকুই কৰা কথাবোৰ সঁচানেকিহে ?" "জানেঁা, সেই যে ভাগৱতত আছে—'ৰাজহংস সব মানস সৰোবৰত চৰে, কাকৰ ক্ৰীড়া স্থান উৎকৃষ্ট গৰ্তত নৰমে।' —সইতীহঁতৰ কথাবোৰ তেনে যেনহে লাগে। চোৰেহে চোৰৰ ঠেং দেখে। সইতী জানো তাহানি কালত ( অৱাইচ ) কম আছিল—" বুলি কৈ ধনী সূত্ৰধাৰে বিড়ী এটা জ্বলাবলৈ জেপত জুইশলা বিচাৰিলে। "পিছে, চোৰৰ ঠেং দেখোন তুমিও দেখিলা ? কিবা···" এই বুলি সাতোলাই অৰ্থপূৰ্ণ হাঁহি এটা মাৰিলে।

"পিছে দেউ, এটা কথা নহয়। শুনিছিলোঁ বাৰে চহৰৰ ভাওনা, আগৰ কেইবাবাৰো এঘাৰদিনীয়া, মাহেকীয়া লোকৰ ভগাভগিৰ মাজত হৈছিল। এইবাৰ কিন্তু সেইবোৰ যাব লাগিব। আজিকালি এইবোৰ ভাল নেদেখি।" ৰুদ্ৰই মাত লগালে।

"ভাল নেদেখি কি বেয়াই, মই কিন্তু কৈ আছোঁ—বাৰে চহৰত মাহেকীয়া এঘাৰদিনীয়া নাই। বাইজ বাইজেই ; মহাপুৰুষ দুজনাই এইবোৰ খেল ফটা-ফটিৰ বাট দেখুৱাই যোৱা নাছিল। তেৰাসবে এই নামঘৰটিকে গইনা লৈ সকলোকে সাবটিহে লৈছিল। আমাৰহে সেই মাহ-চাউলৰ পাত আগত লৈ খোৱা-কামোৰা, নামঘৰ ফলা-ফলি। সমাজৰপৰা এইবোৰ যাব লাগিব। যাৰ যি বিশ্বাস, সেই-মতে কৰি থাওক, হকা-বধাখন কিহৰ ?" বোধনদেউৱে ক'লে। পণ্ডিত, সূত্ৰধাৰ, সাতোলাহঁতে বোধনদেউৰ কথাত হয়ভৰ দিলে।

সেইদিনালৈ হজৰ কাম শেষ হ'ল।

# চৌধ্ৰ্য

নিৰ্দিষ্ট দিনত বাৰে চহৰৰ ভাওনা আৰম্ভ হ'ল। চৌবিশখন ৰভাত গায়ন-বায়নৰ জোৰা উঠিল। একুৰি চাৰিটা ডবা, বৰকাঁহ, নেগাৰাৰ মাতত আকাশ-পাতাল মুখৰিত হ'ল। গধূলিৰ লগে লগে তিনিশ গায়ন-বায়নে জোৰা আৰম্ভ কৰিলে সৰু ধেমালি, বৰ ধেমালি, দেৱ ধেমালি, নাট ধেমালি আৰু গুৰু ধেমালিৰে ভাওনাৰ পৰিবেশ সৃষ্টি হ'ল। প্ৰত্যেক ৰভাতে সমানে সূত্ৰধাৰ ওলাল। কোনোবা ৰভাত হয়তো সূত্ৰধাৰে আৰম্ভ কৰিছে—

'ভোঃ ভোঃ সভাসদাঃ সাধু শৃণধ্বং শ্ৰদ্ধয়াধুনা।
ৰুক্মিণীহৰণং নাম নাটকং মুক্তিসাধকম্॥'

কোনোবা ৰভাত হয়তো সূত্ৰধাৰে নৃত্য-ভঙ্গিমাত কৈছে—

'ভোঃ ভোঃ সামাজিকাঃ! যূয়ং শৃণতা বহিতং বুধাঃ।
বাৰণবধ নাম নাটকং মোক্ষসাধকম্॥'

আকৌ অন্য এখন ৰভাত শুনা গ'ল—

'ভোঃ ভোঃ সভাসদাঃ যূয়ং শৃণত সাবধানতঃ।
দ্ৰোণপৰ্ব নামেদং নাটকং মুক্তিসাধকম্॥'

ৰভাই ৰভাই থাপনাৰপৰা কিছু আঁতৰত নিৰ্দিষ্ট আসনত আগত শৰাই লৈ বিভিন্ন সত্ৰৰ গোঁসাইসকল বহিল। ৪৫ বিঘা মাটিত দুই-তিনি মাহৰ আগৰেপৰা বাৰে চহৰৰ বাইজে দিনৌ কাম কৰি উলিওৱা ৰভাতলি ; ছোঁ-ঘৰ আৰু গাৱঁ প্ৰতি কৰা বাটচ'ৰাবিলাকে আজি প্ৰাণ পালে। ৰাইজৰ কঠোৰ পৰিশ্ৰম যেন সাৰ্থক হ'ল।

উধাতু খাই সাতোলা, গুদাম-ঘৰৰ ফাললৈ আহি গুদামৰ দায়িত্বত থকা ভেলেউ মহৰীক সুধিলে, "হেৰা, মেণ্টল লাইট কিমান

আনিছা ? সেই জিলাৰপৰা অনা ডাইনামা নে চাইনামাং ডালে দেখোন নতুন খুলীয়াই খোলৰ বোল এৰাৰ দৰে মাজে মাজে ধপক ধপক মাৰে আৰু তাৰ লগে লগে বিজুলী চাকিগালো কিবা ধিমিক-ধামাক কৰে। ভাওনাৰ পক ধৰিলে এনেকুৱা হ'লে নহ'ব। হে'বা মহৰী, সেই মেকানিক্‌টোক কিন্তু মেচিনটোৰ ওচৰৰপৰা আঁতৰি যাবলৈ নিদিবা। সি আকৌ মূৰ পোলোকা দি ভাওনা চাবলৈ লৰ মাৰিব পাৰে।”

“এ, সাতোলা কাই, সেইবোৰ চিন্তা নকৰিবা। সেইখন চালিৰ তলত তিনিকুৰি মেণ্টল লাইট জ্বলোৱাই একেবাৰেই টুয়েণ্টি টাইট কৰি থৈছোঁ। আমি কেঁচা কাম কৰা মানুহ নহয়, নহয়। বগা চাহাবৰ দিনত নকৰি কৰা মানুহ আমি। চাহাববিলাকৰ যিহে, লাগ বুলিলেই লাগিব। দিব পাৰিলেই বকচিচ্ আৰু দিব নোৱাৰিলেই চাকৰি খটম !”

‘এহ, থোৱা দেওহে, তোমাৰ বিটিছৰ দিনৰ ( অবাইচ ) চাকৰিৰ কথা।” গুদাম-ঘৰতে বহি থকা ধনী সূত্ৰধাৰে একে উশাহতে ক'লে।

“হেৰি নহয়, সেই চতিয়াৰ চৈয়ব আলি, গহপুৰৰ চৰিফ বৰাহঁত আহিছে নহয়, ক'ত বহিবলৈ দিওঁনো ?” বহুওৱাৰ দায়িত্বত থকাসকলৰ ভিতৰবে ৰমা হাজৰিকাই সুধিলেহি।

“কেলেই, নামঘৰত আমাৰ গইদৰ ৰাইজসকল বহিবলৈ দিয়াতে দিয়া। সেইখননো ঠেবো-ঘেহোঁ কিহৰ আজিৰ দিনত ! এইবাৰ, মহাপুৰুষ শঙ্কৰদেৱৰ জন্মোৎসৱত চতিয়াৰ আলি চাহাবে ঘোষা, ভটিমা মাতি নামধৰ্মৰ ওপৰত যিটো বক্তৃতা দিলে আমাৰ কেইজনে পাৰিবহে ? কি ক'বা—ফাৰ্চী, উৰ্দুতো কথাই নাই, সংস্কৃতো মানুহ-জনৰ মুখত আখৈ ফুটাদি ফুটে।” কাগজৰ ঠোলা এটাত চিলিমটো সুমুৱাই ধপাত এচিলিম খোৱাৰপৰা বোধনদেউৱে মাত লগালে।

ৰভাৰ তলত চল্লিশ-পঞ্চাশ হেজাৰ মানুহ। গাওঁ-ভূঁই ভাগি আহিছে। বিৰ দি বাট পাবলৈ নাই। খোজ-কঢ়াই খোজ কাঢ়িছে,



বাহ-চল্‌া ঠাই হ'লে বাহত আহিছে, কোনো কোনো ঠাইৰপৰা গৰুৰ গাড়ীতো মানুহ আহিছে।

গৰু-গাড়ী এখন বন্দৱস্ত কৰি সোণপাহী, ছোৱালীজনী আৰু সুমলা বাৰে চহৰৰ ভাওনালৈ ওলাল। জাপৰীবাই আৰু সইতী-বুঢ়ীয়ে কথাটো গম পাই আবেলিতে কণ্ঠিৰ ঘৰ ওলালহি। কণ্ঠিয়ে গৰু-গাড়ী বন্দৱস্ত কৰি দিছিল যদিও তাৰ সেইবোৰ তদাৰক কৰিবলৈ সময় নাই। তাৰ যে ভীমৰ ভাও ! গতিকে, দুপৰীয়া ভাত খাই উঠিয়েই সি গ'ল। পোছাক অনা, গদাত ৰাংপতা খুউৱাৰ-পৰা আৰম্ভ কৰি বহুত কাম।

কণ্ঠিৰ ঘৰলৈ আহি জাপৰীবাইয়ে ক'লে,—“হঁয়ে সোণপাহী, আমি হ'লে তোৰ লগতে যাম। এতিয়া আৰু খোজ কঢ়াৰ দিন নাই ; কিবা কঁকালত ধৰে। তাহানি জীয়ৰী কালত ৰাতিপুৱাতে খোজ কাঢ়ি গৈ বহুৱাকুৰিৰ মোমাইৰে ঘৰত থাকি ৰাতি ভাওনা চোৱা মানুহ। এতিয়া সেইবোৰ আজিৰ ল'ৰা-ছোৱালীক ক'লে বিশ্বাসেই নকৰে।”

“এৰা দেও, আজি-কালি সেইবোৰ কিবা সাধুহে হ'ল”—এইবুলি সইতীবুঢ়ীয়ে পাটৰ মেখেলাখনৰ তলেদি ওলাই থকা ঘৰত পিন্ধা ক'লা মেখেলাখনৰ আগটো ঢাকিবলৈ কঁকালৰ খোচনিটো খুলি লয়।

নিৰ্দিষ্ট সময়ত চৈ লগোৱা আৰু পিছফালে আঁৰ-কাপোৰ দিয়া গাড়ীত সোণপাহী, সুমলা, মাজনী, সইতীবুঢ়ী আৰু জাপৰীবাই উঠিলহি। বাটত মূৰ-চুৰ নুঘূৰাবলৈ দুয়ো বুঢ়ীয়ে ‘প্ৰভু কৃষ্ণ’ বুলি গাড়ীৰ চকাৰ তেলেৰে কপালত ফোঁট একোটা ল'লে।

বাৰে চহৰৰ ভাওনাৰ থলীলৈ গাড়ী গাৱঁৰ বাটেৰে আগবাঢ়িল। গৰুৰ ডিঙিৰ টিলিঙাৰ শব্দই সইতীবুঢ়ী আৰু জাপৰীবাইয়ে পাতি যোৱা কথাৰ যেন সঁহাৰি দিলে। গাৱঁৰ বাটত বিৰ দি বাট পাবলৈ নোহোৱা মানুহ। দুই-এজনৰ হাতত পখৰা সোকা থকা, অন্য এখন গাৱঁৰ এজুম ডেকা-ল'ৰাৰ এজনে আঁৰ-কাপোৰ দিয়া গাড়ীখন

দেখি বোৱাৰীৰ লগতে কোনোবা জীয়ৰী ছোৱালী আছে বুলি ভাবি বিহুগীত জুৰিলে—

আইটি বোলো তোক এবেলি চাবি মোক
জুতুলী-জেতুকাৰ তলত
এতোলা সোণৰে আঙঠি গঢ়াই দিম
গলপতা গঢ়াই দিম গলত।

* * *

জোনৰে লগতে তৰাটি ওলালে
আকাশখন শুৱনী কৰি
আমাৰ লগতে চেনাইটি ওলালে
গৰু-গাড়ী শুৱনী কৰি।

"অ' কোন অ' সেইকেইটা? গৰুগাড়ীশুৱনী কৰি বুঢ়ীমাৰ কিজনীহে আহিছোঁ। এতোলা সোণৰে আঙঠি গঢ়াই দিবলৈ ক'ৰবাত ডেকেৰী চাগৈ। কাৰ কি কৰিবলৈ বুঢ়ীমাৰ কিজনীৰ পিছে পিছে আহিছ? যাৰ যদি যা, নহলে পিছে বুঢ়ীমাৰৰ মুখত অবাই ওলাব।" এই বুলি সইতীবুঢ়ীয়ে আঁৰ-কাপোৰখন দাঙি ডেকাল'ৰা কেইটালৈ চাই তামোলৰ চোবাটো মুখৰপৰা হাতেৰে উলিয়াই দলিমাৰি দি হাতটো আঁৰ-কাপোৰত মচি থলে।

"আলৌ-লৌ-আপচু, গোঁফ থুতিয়াইছেহে, ওঠ চেপিলে পিয়াহ ওলোৱা ল'ৰা এই কেইটাৰ মহতালি দেখিছ। ঘোৰ কলিকাল। সুদাই নেৰিম মাৰথনি"—এই বুলি কৈ জাপৰীবাইয়ে কাপোৰ দাঙি চোৱালৈ ডেকা ল'ৰা কেইটা গছ এজোপাৰ আঁৰ হ'ল আৰু লগে লগে কোনোবা এটাৰ মাত শুনা গ'ল—"এই মুখ আগলিকা বুঢ়ীকেইজনীক চোচোৰাই দে অ'।" তাৰ পিছতে বহুতো অবাইচ মাতে আহি যেন গাড়ীখনক আক্ৰমণ কৰিলেহি। তাৰ পিছত বাটৰ কাষৰ কচুবিলাকৰ ওপৰত পথৰা সোকাৰ কোব পৰিল। গাড়ীৰ তলৰ গাড়ীখন টানি নিছোঁ বুলি গৈ থকা ভতুৱা কুকুৰটোৱে ভৌ-



ভৌৱাই উঠিল। ডেকাৰ জুমটোৰ ফালৰপৰা অহা এটা পকা চপৰা কুকুৰটোৰ গাত লাগিলহি। সি কেং-কেঙালে।

"হঁয়ে সোণপাহী, হেৰ সুমলা, ইয়াত আৰু তহঁত দুজনীহে গাভৰু আছ। সিহঁতে তহঁত থকাৰ উমান পায়েই বিহু-নামৰ ৰাউচি জুৰিলে হবলা।" সইতীবুঢ়ীয়ে থোৰতে ক'লে।

"বৰ আয়ে যে কি কথাখন কয়! ভাওনা চাবলৈ আহোঁতেও এইবোৰ আজুৰিলেহে হয়নে?" সোণপাহীয়ে ক'লে।

"এঃ, মনে মনে থাকহঁত—বাটত তকৰালখন নকৰিবি। কোনোবাই শুনিলে বিচৌ বিচৌ কৰিব।" জাপৰীবাইয়ে বাঢ়ি আহিব খোজা কথাৰ কটা-কটিখনৰ সামৰণি মাৰিলে। গাড়ী গৈ সূত্ৰধাৰী ওলোৱাৰ আগে আগে বাৰে চহৰৰ ভাওনাৰ থলী পালেগৈ। মৰাণকুৱীৰ ৰভাৰ তলত মাইকী মানুহৰ লগত সোণপাহী, সুমলা, মাজনী, সইতীবুঢ়ী আৰু জাপৰীবাই বহি পৰিল।

## পোন্ধৰ

বিভিন্ন ৰভাত বিভিন্ন ভাওনা আগবাঢ়িল। হেজাৰ বিজাৰ ৰাইজৰ চকু বিভিন্ন ৰভাৰ তলত। কোনোবা ৰভাত ৰাৱণ বধ ভাওনাৰ ৰাৱণৰ বচন শুনা গ'ল,—'আহেহে মামা মাৰীচ, পঞ্চৱটী বনে ৰাম-লক্ষ্মণ দুয়ো মনিচে আমাৰ ভগিনী শূৰ্পণখাৰ নাক-কাণ কাটল, তোহো সত্বৰে যৈয়া স্বৰ্ণমৃগ ৰূপ ধৰিয়া পঞ্চৱটী বনে সীতাৰ মন মুহিয়া দূৰে দূৰে থাক। স্বৰ্ণমৃগ মাৰিতে সীতা যব ৰাম-লক্ষ্মণক পঠাৱব—অহ, সেহি সময়ে হামু ছদ্মবেশে সীতাক হৰি আনব। সত্বৰে চল, বিলম্ব কৰবো নাহি।'

সূত্ৰ—'ৰাৱণৰ আজ্ঞা শুনিয়া মাৰীচ হেঠ-মাথ কয়ে যে বোলল তা শুনহ, দেখহ, নিৰন্তৰে হৰি বোল হৰি।'

কোনোবা ৰভাত আকৌ ৰুক্মিণীহৰণত ৰুক্মী পৰম আটোপে খেদি আৰল। ৰুক্মী—'অয়ে যাদৱ, হামাৰ ভগিনী ছোড়হ, আঃ তোহাক নাহি মাৰি, ৰুক্মিণীক নাহি ছোড়াই কুণ্ডিল পৰবেশ নাহিক ৰব।'

মৰণাকুৰিৰ ৰভাৰ তলত ভীমৰ ৰূপত কণ্ঠিয়ে দুঃশাসনলৈ চোঁচা লৈ বচন মাতিলে—

'আহে হে পাপিষ্ঠ দুঃশাসন, কি নিমিত্তে তোহো ৰাজসভা মধ্যে দ্ৰৌপদীৰ বস্ত্ৰহৰণ কৰি পাণ্ডৱসবক লজ্জা দেৱল? তোহাৰ আজি বক্ষ বিদাৰি ৰক্ত পান কৰব। তোহাৰ বক্ষৰ ৰক্তে দ্ৰৌপদীৰ মুক্ত কেশ বন্ধন কৰাৱব।'

সূত্ৰ—'ভীমৰ ঐছন বাণী শুনি দুঃশাসন গৰ্জি উঠি ভীমক গদাহস্তে খেদি আৰল। দুয়ো বীৰে ঘোৰতৰ যুদ্ধ লাগল।'

"হেৰা বায়ন, কি বিৰী দুপি থাকাহে? যুদ্ধৰ ছেও মাৰা। ৰাগ নাট মল্লাৰ পৰিতাল—" এই বুলি বলো সূত্ৰধাৰে বায়নৰ পিঠিত আঙুলিৰে খোচটো মাৰিলে।



ভীম, দুঃশাসনৰ যুদ্ধত আটাইৰে চকু থৰ হ'ল। জাপৰীবাইয়ে হাতেৰে সোণপাহীৰ বাহুত ঠেলাটো মাৰি ক'লে,—"দেখিছ, গিৰীয়েৰে কেনেকৈ যুধ কৰিছে।"

মাজনীয়ে সোণপাহীক ক'লে,—"অ বৌ, চাচোন, দুঃশাসনডালে কেনেকৈ পিতাইলৈ খেদামাৰি আহিছে। পিতাইয়ে এমাৰ নিদিয়ে কিয়?"

"ৰ, এইজনী মনে মনে থাক।" সোণপাহীয়ে অলপ খং কৰাদি কৰি মাজনীৰ মাত বন্ধ কৰিলে।

খাদৈ চুকৰ ৰভাত ভূষণ বহুৱা ওলাল—
'এই যে দেখিছাঁ মোৰ দুই দাঁতৰ ফাঁক
ইয়াকে দেখি ভোল গৈছিল আমাৰ বৰ আইকণৰ মাক
ৰচৌ-পচৌ কঁকাল ঘূৰাই ঘূৰাই নাচ।
অ'ই বান্ধিবলৈ লেতেৰা গোহালি ভতৰা
খিৰাবলৈ লেতেৰা গাই
অ' গাই—
গধূলি হলেই ভেলেউ মহৰীয়ে
কাৰ পদূলি শুঙিবলৈ যায়।
ৰচৌ, পচৌ···।

বোধনদেউৰে ভেলেউ মহৰীক ক'লে, "পালা এতিয়া মজা! আৰু বা কাক কি কয়? ভূষণ ওলাল যেতিয়া তাৰ মুখত লেকাম নেথাকে নহয়। এফালৰপৰা মহতিয়াই যাব।"

'অই নৈলৈ হালিলে নদালি ভলুকা
পথাৰলৈ হালিলে মকাল
অ' মকাল—
জাপৰীবাইৰ পদূলিত পৰি পিচল খাই
বোধনদেউৰ ভাগিলে কঁকাল।'

"দেউ, পিছে নিজৰ ফাললৈও পালেগৈ। আপুনিনো ক'ত সাৰিব?" সাতোলাই মাত লগালে।

'অ' জালকে বুলিলে জকাই
বোন্দাকে বুলিলে জঁাই
অ' জঁাই…
আন্ধাৰে মূধাৰে চিনিব নোৱাৰি পৈয়েকক বুলিলে ককাই।'

এই বুলি গাই, ভূষণ বহুৱাই কাপোৰৰ তলৰপৰা কইনা এজনী উলিয়াই নচুৱালে—

'এড়ি কাটি মেখেলি ল হঁয়ে গুলছী
এড়ি কাটি মেখেলি ল—

খাদৈ চুকৰ ৰভাত ভূষণ বহুৱাৰ বহুৱালি চাবলৈ ৰাইজ তালৈ ঢাপলি মেলিলে।

"হট্ যাও, হট্ যাও!" ভাওনাৰ থলীলৈ সোমোৱা ৰাষ্টাৰ মানুহ কিছুমানক আঁতৰাবলৈ চেষ্টা কৰি বন্দুকধাৰী পুলিচ কেইটামানে চিঞৰি উঠিল। চাৰিওপিনে শব্দ শুনা গ'ল—"গৱৰ্ণৰ আহিছে, গৱৰ্ণৰ আহিছে!" পুলিচৰ হেঁচা-ঠেলাত মানুহ কিছুমানে বেয়া পালে, কোনোবাই কোৱা শুনা গ'ল—"গৱৰ্ণৰ আহিল বুলিয়েই পুলিচৰ ইমান হেঁচা-ঠেলাখন কিহৰহে! বাৰে চহৰৰ ভাওনাত পুলিচৰ কেৰামতালি ভাল নেদেখি।" কোনোবাই ক'লে, "চৰকাৰৰ মানুহবোৰ কেলেইহে বাৰে চহৰত? এইবোৰেইতো বেয়া। আজি-কালি ৰাইজ, চৰকাৰ সকলোবোৰ সনা-পোতোকা কৰি পেলায়।" কোনোবা এজনে আকৌ ক'লে।

উধাতু খাই বোধনদেউ আহি ক'লেহি, "হেৰা, জয়ন্তীয়াৰ ছিয়েমে এশমান খাচীয়া আৰু জয়ন্তীয়া শিল্পী লৈ ওলাইছেহি। আপটানি, মনপা, আদি, ইডু, নগা আদি পাহাৰীয়া জাতিৰ শিল্পীসকলো আহিছে। দিল্লীৰো বোলে কেইবাজনো ডাঙৰ বিষয়া পাইছেহি। আমাৰ বাৰে চহৰৰ ভাওনাৰ বোলে টকীও হ'ব।"



"হওক, হওক, আমাৰ জামুগুৰীয়া ৰাইজৰ কথা বাহিৰত দহে দেখক, দহে শুনক!" বোধনদেউৰ কাষতে থকা ৰোষ নাজিৰে মাত লগালে।

"আমাৰ ৰাইজৰ মতামত লৈ ৰাজেনহঁতে পাহাৰীয়া শিল্পীসকলক আনি বৰ ভাল কৰিলে। ৰাজেনৰ মূৰত যে কথাবোৰ খেলায়!" গৱৰ্ণৰ আৰু অন্যান্য সকল যোৱাৰ পিছত ৰভাতলীৰ ফালে আগ-বাঢ়োতে হৰি মণ্ডলে সোণাধৰ নাথক ক'লে।

"ৰাজেনৰ মূৰত নেখেলাবনে? তেওঁ দহ ঠাই ফুৰিছে, দহ কথা শুনিছে। আমাৰ নিচিনা কিবা চুক ভেকুলীনে? ৰাজেনে এতিয়াও কিবা বোলেনে নেফাত সত্ৰীয়া নৃত্য-গীতৰ কেন্দ্ৰ খুলিছে নহয়। গম পোৱা নাই?"

"কেলেইনো গম পোৱা নাই? সেইবোৰ কাগজে-পত্ৰই পায়েই থাকোঁ।" নাথে উত্তৰ দিলে।

বিভিন্ন গাওঁৰ গায়নবায়নসকলে আৰু মুখীয়াল ৰাইজে পাহাৰীয়া শিল্পীসকলক নি ভাগে ভাগে বহুৱালে। ইপিনে অতিথি সোধ-পোছবো, আগেয়ে চিজিল কৰি থোৱা মতে দিহা কৰা হ'ল। অলপ সময়ৰ কাৰণে ভাওনাৰ বিৰতি দি সকলো জাতি-উপজাতিৰ শিল্পী-সকলক এখন ৰভাৰ তলত গোটাই লৈ 'এই অসমৰ মহাজাতি আমি, নাই একো ভিন্ পৰ' সমস্বৰ সঙ্গীতটো গোৱা হ'ল। ৰভাতলী কঁাহ পৰি জীণ গ'ল।

## মোল্ল

"এহ্‌ নোৱাৰে, নোৱাৰেহে। বাহিৰৰ কোম্পানী আহিল বুলিয়েই হ'লনে? ভৰলীমাইৰ ওপৰত দলং দিয়া সেই কেইটা ক'ৰ ইঞ্জিনিয়াৰ অ?"—বাৰে চহৰৰ ভাওনাৰ কথা পাতি থাকোঁতে ভৰলীৰ কথা ওলোৱাত বোধনদেউৱে তেওঁৰ ঘৰত গোটখোৱা সাতোলা, পণ্ডিত, মহৰী আদিক কয়।

"নোৱৰাৰ কি কথা আছে? আজি-কালি বিজ্ঞানৰ দিনত কি নদীয়ে মহিমা দেখুৱাব? শই শই কাম কৰা মানুহ আহিলেই। সেই পাঞ্জাৱী ইঞ্জিনিয়াৰ চাহাবটো গাৱেঁ-গাৱেঁ ঘূৰিছেই।"

পণ্ডিতে ক'লে, "ঘূৰকহে, তথাপি মই ক'লোঁ, ভৰলী গোঁসানীৰ ওপৰেদি তেওঁ দলং নিবলৈ নিদিয়ে দেই। কেলৈ, বিটিছ চাহাবে তাহানি টেলিগ্রাফৰ তাঁৰডাল ভৰলীৰ ওপৰেদি নিওঁতে ভৰলীয়ে শিমলুগছ এডাল থিয়ৈ উটুৱাই আনি তাঁৰত পেলাই, তাঁৰ ছিঙি দিয়া নাছিল জানোঁ? তাৰ পিছত, উপায় নেপাই বিটিছে পানীৰ তলেদিহে টেলিগ্রাফৰ তাঁৰ নিলে।" ভৰলীৰ মহিমাৰ বিষয়ে বোধনদেউৰ মুখ মেল খালে শেষ নহয়েই—মানুহে অবাক হৈ শুনে।

"আমাৰ পিতাহঁতে কোৱা কথা। অফলাটিং বাগিচাৰ চাহ গছ, ৰাতি বাঢ়ি আহি ভৰলীয়ে জোপা-জোপে খান্দিলে। অফলাটিঙৰ সেই ৰঙামুৱা কলিন্‌ছ চাহাবে খঙত কি কৰোঁ, কি নকৰোঁ হৈ ভৰলীৰ বুকুলৈকে গুলী মাৰিলে। গুলী গৈ লাগিল ভৰলীত উটি-অহা শিঙাল পহু এটাৰ গাত। আচলতে হেনো, শিঙাল পহুটো দেখি চাহাবে গুলী মাৰিছিল। পিতাহঁতে কয়, এই শিঙাল পহুটোক বচাবলৈ ভৰলীয়ে হেনো মাজ সোঁতৰপৰা ঢউ এটাৰে ঠেলামাৰি দি চাহগছ এজোপাৰ কাষ চপাইছিল। ভৰলীয়ে সৰুৱাব খোজা,



বিপদত পৰা হৰিণাটোক গুলী মৰা দেখি ভৰলীৰ বোলে খং উঠিল। ভৰলী গোসাঁনী বাউলী হৈ ৰাতিটোৰ ভিতৰতে অফলাটিঙ বাগিচা খহাই পোৱা মাইল দূৰত থকা কলিন্‌ছ চাহাবক বঙলাৰে সৈতে সামৰি ল'লে।

"কেলেই, সেই তাহানি টঙনাজাৰত? এদিন বাৰিষা আউসী-ৰাতি, হাতীয়ে চিঞৰাদি চিঞৰি-বাখৰি ভৰলীয়ে প্ৰকাণ্ড শালগছ এডাল, পাহাৰৰ নামনিৰ নৈৰ কাষৰপৰা উভালি আনি টঙলাজাৰৰ ৰাইজৰ ঘাটত পেলালেহি। গোটেই ৰাতিটো ঢৌৱে পাৰ খুন্দিয়াই থাকিল। ৰাইজে ওলাই আহি নেচালেহি। শেহৰাতি ভৰলীয়ে বৰমেধিক সপোনত এহাতমান জিভা উলিয়াই আউলী-বাউলী চুলিৰে দীঘল ক'লা মানুহ এজনী হৈ কাণে-কাণে ক'লেহি—'নামঘৰৰ খুটাৰ কাৰণে শালগছ আনিছিলোঁ। ধৰ্ম-কৰ্ম নুবুজিলি। গঞা ৰাইজতো নাহিলেই, বৰমেধিটো হৈ তয়ো ঘাটলৈ ওলাই নেচালি। মজা পাবি!' পিছদিনা বোলে তোমালোক আছাঁ—টঙনাজাৰত ঘৰৰ মুধেদি পানী কাটিলে। বৰ আই ওলোৱা মানুহৰ জক থকাৰ দৰে ভৰলীৰ কিন্তু এই জক থাকি গ'ল।"

"অ, হয়, আমাৰ দদায়েও কোৱা শুনিছিলোঁ। তাহানি ৰঘু দলনিত দহখন ৰভাৰে ৰাইজে বাৰে চহৰৰ ভাওনা পাতিছিল বোলে। ভাওনাৰ পিছৰ বাৰিষাটোৰপৰাই ইখন গাৱঁৰ পিছত সিখন গাওঁ খহাবলৈ ধৰে। ভাওনাৰ কিবা কথাত ভৰলীৰ হেনো কিবা জগৰ লাগিল। ভৰলীক সন্তুষ্ট কৰিবলৈ পূজা-পাতল কৰি মোনে মোনে গাখীৰ ভৰলীত ঢলা হ'ল। ভৰলী বোলে সন্তুষ্ট নহ'ল। ভালে কিটা স্তুঁতি কৰি ভৰলীৰ পাৰৰ গাওঁবিলাকৰ মাজেদি, লগত পোৱালি লৈ ফেটী সাপজনী যোৱাদি ভৰলী গুছি গ'ল। ৰাইজ গাওঁ এৰি ভাগিল। মূঢ়া দল, ডোকাচাপৰি, বৰহমপুৰ আদিত বোলে তাহানি সেই ৰাইজ থিতাপি লাগিলহি।" সাতোলাই বোধন-দেউৰ কথাৰ লগতে উজান দিলে।

"পিছে হেৰি দেই, ভৰলীয়ে ঘাটৈ সন্ত শৰ্মা আৰু মোক ভালকৈ চিনে। মই যেতিয়া ৰঙা চুৰীয়াখন পিন্ধি, সেন্দুৰৰ ৰেঘা লৈ ৰামনামী বস্ত্র গাবপৰা আনি কঁকালত বান্ধি হাতত বলি কটা দা লৈ 'জয় ভৰলী মাই' বুলি একে ঘাপেই ছাগলী সৰকাম, তেতিয়া ফেনে-ফোটোকাৰে বাঢ়ি অহা ভৰলী শাঁত পৰে। বাৰিষা যেতিয়া বৰদিকৰাইৰে সৈতে মিলি খাওঁ খাওঁ মূৰ্তি ধৰি গছে বনে চাৰি হাত ওখ হৈ চিঞৰি-বাখৰি ভৰলী আহে, তেতিয়াই হাবুঙাই গুৰি বঠা ধৰি নাও এৰিবলৈ সন্ত শৰ্মা ঘাটৈলৈ চাই থাকে। সন্ত শৰ্মাই আকৌ তেতিয়া তামোল-পাণৰে সৈতে চৰতীয়া এটি লৈ ৰঙা-চঙা পৰি সকলোৱে শুনাকৈ কয়, "পাগলী গোসাঁনী, ছাগলী বলিৰে সৈতে কালি ৰাতি বৰদিকৰাইত পূজা খাই পুৰাতেই পাহৰি পেলালা। আহিছা আকৌ ফেনে-ফোটোকাৰে বাঢ়ি! গোসাঁনী মাতৃ! মই আকৌ তামোল-পাণ দি মাতিছোঁ। গোসাঁনী! তোমাৰ যদি মহিমা আছে, মাতৃ যদি হোৱা, তোমাৰ বুকুত ৰাইজৰ নাওখন নিৰাপদে ধাৰণ কৰা। পাৰ হ'বলৈ অহা ৰাইজক আমনি নকৰিবা।" সন্ত শৰ্মাৰ মুখত এই আষাৰ শুনিবলৈহে পায়, হাবুঙা আৰু ভোগৰামে 'জয় মাই ভৰলী' বুলি নাও এৰি দিয়ে। তোমালোক আছাঁ, লগে লগে ৰাইজে বহুত চৰতীয়া 'ভৰলী মাই কৃপা কৰা' বুলি নৈৰ বুকুলৈ দলিয়াই দিয়ে। থিতাতেই বুজিছানে, কিনো মহিমা ভৰলীৰ —চাৰি হাত ওখ ঢৌ গুছি এহাত হয়।"

"ভৰলীয়ে আকৌ চতিয়াৰ সাধি হাজৰিকাকো চিনে। সাহসী পুৰুষ কাৰণে ভালো পায়। বাৰিষা, চিকাৰত বাঘ মাৰি দঁতাল হাতীৰে সৈতে ৰাতি পাৰ হয়। হাতীয়ে, পিঠিত ওলোমোৱা মৰা বাঘ লৈ সাঁতোৰ মেলে আৰু সাধি হাজৰিকা গুটীয়া নাৰত পাৰ হয়। এইখন কালিকা লগা ভৰলীত আকৌ চৰকাৰে দলং দিয়ে! ভাল কৈছা দেওহে!"

তেনেতে শুকদেউ আৰু নবসিং ওলালহি। শুকদেৱে ক'লে যে



সোপাধৰা ওলাইছে। কালি বোলে দিকৰাই বাগিচাৰ বনুৱা বস্তিৰ ল'ৰা এটা ধৰি নিলে। বহুত হুলস্থুল লাগিছে। সোপাধৰা বুলি বনুৱা বস্তিত ধাৰ সাধিবলৈ যোৱা কাবুলী এটাক খুব পিটিলে।

"হি যদি হোপাধৰা, তাৰ জানেই খতম কৰি দিব লাগিছিল।" নবসিঙে ক'লে। "এ—জানটোহে খতম নকৰিলে, মুখেদি একদম খুন বাহিৰ হৈ গ'ল।" শুকদেৱে কাবুলী পিটাৰ সঠিক সম্বেদটো দিলে।

"এই কাবুলি সোপাক খেদিব নোৱাৰিনে? বাগিচা চুচিলে, গাওঁ চুচিলে। এগুণ টকা দি দুগুণ সুত লয়। ৰাতিপুৱাই লাঠী জোকাৰি ওলাবই টকা সাধিবলৈ।" সাতোলাই ক'লে।

"টকা ধাৰে ললে সাধিবই। সিহঁতৰ পৰানো এগুণত দুগুণ দি টকা ধাৰে লব কিয়হঁত?" বোধনদেউৱে ক'লে।

"এ, নলৈনো কেনেকৈ পাৰেহে? আমাৰ গাৱঁৰ ৰাইজৰ অৱস্থা যি হ'ল—মাটি নাই, বাৰী নাই, গাৱঁত পা-পইচা থকা কেইজনেও ধাৰলৈ নিদিয়ে। বিপদে-আপদে নো কৰিব কি? সৌ-সিদিনা তলকাবাৰীৰ ৰঙাই ৰৰাৰ ঘৰৰে কথাটো চোৱাচোন। মাটি বুলিবলৈ নিজৰ এডৰাও নাই। মাটি যি কেইডৰা আছিল তাৰে এফালত, যোৱা বছৰ ভৰলীয়ে বালি পেলালে। বাকী কিডৰা বাপেক মৰোঁতে মুখৰ চাই গুচাওঁতেই গাওঁবুঢ়াৰ ঘৰত বন্ধকীত গ'ল। লোকৰপৰা আধি মুখচোৱাকৈ দুডৰা ৰুবলৈও গৰু হালৰ এটা, ভৰ শাওণতে চৰকাত পৰি মৰিল। মানুহজনীয়েও আনৰ দুডৰা-এডৰা ৰুবলৈ-দাবলৈও তাইৰো প্রসূতা দোষ থাকি গ'ল। গোটেইজনী মানুহ কেতুৰীৰ গাঠি যেন শেঁতা, তেজৰ নামত সঁচ নাই। যোৱাবাৰ শাওণত তাইৰো যোৱা-থোৱা আৰু ল'ৰা এটাৰো কিবা ডবল নেমুনিয়া নে নাৰেঙা। নাৰেঙাৰ দৰৱ, জালি মহৰীৰ জীয়েকৰপৰা মহৰ দৈ, বাঁহৰ ওভোতা চুঙাত জৰাই আনি খুৱালে। গুণ নিদিলে। দোল-ফহতি দিও ভাগৰিল।" মধু ওজাই ক'লে।

"আজি-কালি সেইবোৰ কিঁবা নফপা হ'ল দেখোনহে। তাহানি হ'লে জালি মহৰীৰ বাঁহৰ ওভোতা চুঙাত জাৰি দিয়া ম'হৰ দৈ ডবল নেমুনিয়াত মাত্র তিনি পালিহে লাগে। আজিকালি জালি-মহৰীও নাই, দৰবৰো গুণ নাই। তাতে বাপেকৰপৰা জীয়েকে পোৱা মন্ত্র নেফাপেহে। মন্ত্রই ঘৰ সলালে, ঠাই সলালে মিছা। আজিকালি মোবো জৰা-ফুকাবোৰ নফপা হ'ল। কিবা দিনকাল লৰিল।" বোধনদেউৱে ক'লে।

"ডাগদৰ-চাগদৰ লগোৱা নাছিল জানো?" সাতোলাই সুধিলে।

"লগাইছিল, কাবুলীৰপৰা টকা তিনিকুৰি ধাৰে লৈ ৰঙাচকুৱাৰ সুনীল সৰকাৰক আনি দেখুৱালে। সুনীলে থিয় হৈয়েই সাতমাইল বাট আহিছোঁ বুলি ডেৰকুৰি ললে।" মধু ওজাই ক'লে।

"হেৰা, ৰ'বাচোন ৰ'বা। ৰঙাচকুৱাৰ তোমাৰ সুনীল ডাক্তৰ হ'ল কেতিয়াৰপৰাহে? তাৰ বাপেকহে ঢাকাৰ ডাক্তৰী কলেজত ছশ্রেণী পঢ়ি এৰি হোৱা ডাক্তৰ। সুনীলে দেখোন মণিহাৰী দোকান দিয়াহে দেখিছিলোঁ।" বোধনদেউৱে আচৰিত হৈ সুধিলে।

"বাপেক মৰাৰ পিছত সুনীলে বোলে কোনোবা এঠাইত কম্পাউণ্ডাৰী পঢ়িলেগৈ। শুনা কথাহে। এইটো কিন্তু ঠিক, সি মাজতে এবছৰমান ৰঙাচকুৱাত নাছিল। তাৰ পিছত আহি বাপেকৰ কাণত লগোৱা ডাল, কিবা বোলেনে বুকুৰ উশাহ চোৱা ডাল ডিঙতি আঁৰি, দাঁতিকাষৰীয়া ঠাইত ঘূৰি ফুৰে বেমাৰীক বেজী দি। পাটৰ বস্তিৰ ফালে যে বনুৱা মানুহখিনি বহিছে, সিহঁতৰ বেমাৰ হ'লে সুনীলে পোনকোৰেই বেজীহে দিয়ে। বেজী দিয়াই প্রতি তিনি টকা, দৰবৰ দামটো বেলেগেই। সুনীলৰ ছচ্‌ নাই।"

বোধনদেউৱে হাঁহি এটা মাৰি খুলি যাব খোজা মাকৰি ঘিলাটোৰ সমান খোপাটো বান্ধি ক'লে,—"অ', তেনেহলে সুনীলৰ বিদ্যা বাপেকৰপৰা তেজে তেজে অহা। সেই আমাৰ যজমানী বিদ্যাৰ দৰে। হেৰা পণ্ডিত, এই কথাই কথা নহয়, ইয়াক এদিন



ৰাজহুৱাকৈ মাতি আনি ডাক্তৰী চাৰ্টফিকেট আৰু লাইচনচ্‌ বিচাৰিব লাগিব। লাইচনচ্‌ দেখুৱাব নোৱাৰিলে ভুৱা চিকিৎসা কৰাৰ কাৰণে পুলিচক চমজাই দিব লাগে।"

"ঠিকেই কৈছে দেউ," পণ্ডিতে শলাগিলে,—"অকল জানো ইয়েই? নেপালী বস্তি, বনুৱা বস্তি আৰু আমাৰ ভিতৰৰ গাওঁত সেই নকৈ অহা ভগনীয়াখিনিৰ মাজত ভালে কেইটা ভুৱা ডাক্তৰ ওলাইছে। মানুহক আভুৱা ভাবি টকা চুচিছে। কোনটোনো আচল ডাক্তৰ আৰু কোনটোনো ভুৱা ডাক্তৰ চিনিবই নোৱাৰি। বোলে—'দ পথাৰৰ ভেট, চকৰাও নিচিনো, চকৰীও নিচিনো, আটাইকে ঢোল যেন পেট।' বেমাৰী চাওঁতে, আটাইৰে কাণত বুকুচোৱা ডাল। অ' সিদিনা শুনিলোঁ, গৰৈমাৰিৰ জীয়ৰী ছোৱালী এজনীৰ বেমাৰ চাওঁতে, এনে এজন ভুৱা ডাক্তৰে চাদৰৰ তলেদি বুকুত, বুকুচোৱা ডাল দিবলৈ ধৰোঁতে ছোৱালীজনীয়ে কথা বেয়া যেন পাই ডাক্তৰক ঘোঁকোটা মাৰি বহি দিলে। তাইৰ আকৌ হৈছিল ভৰিত ঘা। তাৰে বেমাৰী তাতে এৰি, বাৰীত ম'হ বান্ধি থকা ককায়েক ওলাইহি বুলি ডাক্তৰ চাইকলত উঠি পলাল। বুঢ়া বাপেকে ইটো কোঠাৰপৰা বটা এটাত টকা কেইটামান লৈ আহি দেখে ডাক্তৰ চাইকলত উঠি ভালেখিনি পালেগৈয়ে।"

"কতা নিধক মখা!" বুলি সাতোলাই ঘৃণাৰ ভাবেৰে থুই পেলালে।

"কথা চোবাই থাকোঁতে, হেৰি আৰ অ' ভালেখিনি সময় হ'ল। অ', যাচোন বাপু, মাৰক কগৈ পানী একো ঢোকাকে পণ্ডিতহঁতক দিয়ক।" এই বুলি বোধনদেউৱে খেলি থকা নাতিনীয়েক এটাক মাতি আনি কয়। সি খেলা এৰিব লগা হোৱাত যাওঁ নেযাওঁকৈ ভিতৰলৈ গ'ল। বোধনদেউৰ পৰিবাৰে ইতিমধ্যে ছাগলী এজনী গীৰাবলৈ ধৰি ঘটি এটা এহাতত লৈ আনটো হাতেৰে ওহাৰ খুন্দিয়াইছে আৰু নাতিনীয়েক এটাই ছাগলীজনীৰ পিচ ঠেং দুটা দাঙি ধৰিছে।

অলপ পিছতে চাহ আহিল। পণ্ডিতে চাহবাটি খাবলৈ মুখৰ ওচৰলৈ নি ক'লে, "ছাগলী গাখীৰৰ চাহ মই গোন্ধ পাওঁ।"

"মোৰ আকৌ সেই গৰুজনীয়ে পিয়ন এৰিলে। আধেৰমান ওলাই আছিল। হেৰ বাপু, মাৰক ক পণ্ডিতক ৰঙা চাহকে দিয়ক। এই বাটিটো লৈ যা।" পণ্ডিতলৈ ৰঙা চাহ আহিল। বোধনদেউৰে আকৌ গা নিতিওৰাকৈ চাহ নেখায়।

"ব'বা, পিছে, সুনীল ডাক্তৰে ৰঙাইৰ ঘৈণীয়েক আৰু ল'ৰাটোক ভাল কৰিব পাৰিলেনে?" বোধনদেউৰে আকৌ সুধিলে।

"ক'ত পাৰিব? মইহে পিছত, জামুগুৰি চেণ্টাৰৰপৰা শইকীয়া ডাক্তৰক আনি দেখুৱালোঁ। শইকীয়া ডাক্তৰে ৰঙাইৰ অৱস্থা দেখি পা-পইচা একো নললে। বেগৰপৰা উলিয়াই পিল গোটাচেৰেকো দিলে, বেজীও দুয়োকো দুটা দিলে। যাবৰ সময়ত, মোক ক'লে,—'মহাশয়, আপুনি স্কুলৰপৰা আহোঁতে হাস্পতালত সোমাই আহিবচোন। মই পিল কেইটামান আৰু দিম।'

"শইকীয়া ডাক্তৰৰ দয়া দেখি ৰঙাইয়ে তেওঁৰ ভৰি দুটাত সাৱটি ধৰি ক'লে,—'আপুনি ঈশ্বৰ। মোৰ ঘৰৰ মানুহজনী আৰু ল'ৰাটোৰ জীৱন দান দিলে।' সেই ডাক্তৰৰ দৰবতে এতিয়া মাক-পুতেক গা টঙাইছে।"

"আমাৰ কণ্ঠিয়েও বোলে কাবুলীৰপৰা টকা ধাৰে লৈছিল।" সাতোলাই ক'লে।

"তাৰো তেনেকুৱা হ'লনে? সন্ত শৰ্মাৰ ঘাট যোৱাৰ পিছৰপৰা এই ঘাটৰ কাম কৰা মানুহখিনিক ভৰলীয়ে নেওচিলেহে। সিনো কি দৰকাৰত কাবুলীৰপৰা টকা ধাৰে ললে? কিবা বিপদ-আপদ হৈছে যদি আমি আছোঁ নহয়? কোৱা হ'লে দুই-চাৰিটকা কিবা কৰি যোগাৰ কৰি দিলোহেঁতেন। বাৰে চহৰৰ ভাওনাৰ পিছৰপৰা তাক দেখিবলৈকে নাই।" বোধনদেউৰে ক'লে।

"দেখিব ক'ৰপৰা? তাৰো বৰ বিপদ গৈছে। মাজতে ছোৱালীজনীৰ যোৱা-থোৱা। তাতে জাপৰীবাইহঁতে, তাহানিৰপৰা তাৰ কিবা কথাবোৰ উলিয়াই গাওঁখন ৰৌজাল-বৌজাল কৰিছে। আমাৰ মানুহৰ আকৌ কিবা এটা শুনিবহে লাগে, ঢৌটোকে ৰৌটো কৰে নহয়। হৰিধন দোকানীৰ তালৈ কণ্ঠিৰ ঘৈণীয়েক ইটো-সিটো বস্তু আনিবলৈ যায় বুলিয়েই তাৰ লগতনো তাইক সাঙুৰিব লাগেনে? মাইকী মানুহ হ'ল বুলিয়েইনো আৰু মতামানুহৰ লগত হাঁহি-মাতি কথা এষাৰ নেপাতিবনে? কেলেই, আমাৰ বোৱাৰীহঁতে দেখোন তাহানি জীয়ৰী কালত লগত পঢ়া কোনোবা আহিলে মূৰৰ ওৰণি-বাৰণি পেলাই হাঁহি-মাতি কথা পাতে। আমি কিবা সেই বুলি বেয়া বুলিছোঁনে নে মনতেই বা কিবা বেয়া ভাবিছোঁ?" পণ্ডিতে ক'লে।



"এবাহে, আমাৰ মানুহবোৰ বৰ বেয়া। বিশেষকৈ কিছুমান বুঢ়ী ঠেহেৰী জুহালে জুহালে চাহৰ জুতি লৈ মেল মাৰি ফুৰিব—'কাৰ কি হ'ল, কোন বোৱাৰীয়ে মূৰত ওৰণি-বাৰণি নোলোৱাকৈ জেঠাল-ৰবজনাৰ আগত ওলাল, কোনে গিৰীয়েকৰ লগত গৈ জিলাত চিনেমা চালেগৈ। হেৰ', হ'ল বুলিনো আৰু বোৱাৰী কিজনীৰহে দোষ দেখনে? কেলেই—তহঁতৰ জীয়েৰ, নাতিনীয়েৰৰ বয়সৰেই বোৱাৰীবোৰ নহয় জানো? সিহঁতো কালিলৈকে এঘৰৰ জীয়ৰীহে আছিল। অ', বোৱাৰী কিজনীৰ ওপৰত হ'লে কেৰা চকু, নিজৰ জীয়ৰী, নাতিনী, এইবিলাকৰ হ'লে সাতখুন মাফ!" মধু ওজাই পণ্ডিতৰ কথাৰ আঁত ধৰিলে।

"মই হ'লে আমাৰ বুঢ়ীক কৈ দিছোঁ—বোৱাৰীক নিজৰ জীয়ৰীৰ দৰে চলাবি। আপোন ভালেহে জগত ভাল।" বোধনদেউৰে ক'লে।

"এঃ, আমাৰ বুঢ়ী হ'লে চাব দেই। ময়েই মাত মাতিব নোৱাৰোঁ, একেবাৰেই কাঁহৰ বাটিত কোৰ মৰাদি মাত মাতে। বোৱাৰীহঁততো সেইপিনেই তাপ মাৰে। এনে মুখ আগলিকা বুঢ়ী—এতিয়াও

হুচাতমান দিম যেন লাগে। পিঁছে, বোৱাৰী হুজনীৰ আগত এতিয়া কিবা অখজা যেন লাগে।" অলপ-ডাঙৰকৈ কথাখিনি কোৱাত সাতোলাৰ মুখত অবাইচ ওলাল।

"আজিকালি কণ্ঠিয়ে বিলকুল মন খাৰাপ কৰি থাকে। দোকান-বজাৰে মিলিলেও এক-হুইটা কথা পাতে। হেইদিনা ফুটুকাতলিৰ মুকলি বিহু দেখিবলৈ লগ ধৰিলোঁ, নগ'ল। হি যে কি হৈ গ'ল!" শুকদেৱে হুখেৰে ক'লে।

"একদম ঠিক ধৰিছ। কণ্ঠি আজিকালি একদম বয়বাদ হৈ গ'ল বে। তাৰ মাইকীৰো মন ঠিক নাই আছে। এক দিনতো দেখিছোঁ কান্দি আছে। সিহঁতৰ বস্তিৰ ফালে আমি শুনিছোঁ, তাৰ মাইকীয়ে বেইজাতি কৰিছে বুলি তাৰ বস্তিৰেই হুই বুঢ়ীয়ে কণ্ঠিক খুব কৈছে। এই বুঢ়ীচবে তাৰ চংচাৰটো ভাঙি দিব।" নৰসিঙে ক'লে।

"সইতীবুঢ়ী জাপৰীবাইহঁতৰ নিচিনা মানুহেই হ'ল গাৱঁৰ কলি। আৰ কথা তাত লগাব, তাৰ কথা তাত লগাব, তিলটোকে তালটো কৰিব। তেওঁলোকৰ কথাকে আমাৰ মতা মানুহৰ হুই একে নিজৰ মাইকী মানুহৰপৰা শুনি তাতে হয়ভৰ দিব। এনে মানুহেই গাওঁ ভাঙেহে।" বোধনদেউৰে সইতীবুঢ়ীহঁতৰ ওপৰত অতীষ্ঠ হৈ যেন ক'লে, "পণ্ডিত, এইবোৰে বুজিছা জাবৰ খুচৰিহে ভাল পায়, ভালত চকু নপৰে নহয়। সেই যোৱাবাৰ যে তোমালোকে, বয়সীয়া-লোকে পঢ়া স্কুলখন নামঘৰতে পাতিছিলা, এদিন বাটতে সইতীবুঢ়ী আৰু জাপৰীক পাই কৈছিলোঁ—'তালৈ তোমালোকেও এপাক মাৰিবাচোন, বয়সীয়া মানুহে লেখা-পঢ়া কৰাৰে বেহৰূপ চাবাগৈ।' তাৰ উত্তৰ জোকোৰা-পোকোৰা মাতি যিখনহে ক'লে, 'দেউ, আপোনাৰ জনীকে পণ্ডিতনী, কৰকগৈ। আমাৰ সেইদিন নাই, বোলোঁ—'সাত পুৰুষত নহ'ল গাই, কৰিয়া লৈ খীবাবলৈ যায়।' লাজে ওভতে মাতিবলৈহে বাকী থাকিল আৰু।"

পণ্ডিত আৰু বোধনদেউৰ কথা যেন সাতোলাই ভাল নেপালে।



সাতোলাই ক'লে,—"কিবা অকণ কাৰণি নহলে গাওঁ এখন এনেকৈ বৌজাল-বৌজাল হয়নে?"

"এ, থোৱা এইবোৰ কথা। ক'ৰবাৰপৰা গৈ ক'ৰবাত ওলালোঁগৈ। কোৱাচোন কোৱা, সেই সোপাধৰাৰ কি হ'ল?" বোধনদেউৰে ব্যগ্ৰ হৈ সুধিলে।

"সিদিনা কোল বস্তিতো বোলে চোকোৰা এটা ধৰি নিলে।" শুকদেৱে ক'লে।

"শুকদেৱে দেখোন সোপাধৰাৰ চব খবৰ পাৱ?" ধনী সূত্ৰধাৰে সুধিলে।

'একদম, বুধবৰীয়া বজাৰত হেই চবেই কথা। বন্হুৱা বস্তিত খুব দৱ কৰিছে। হেইদিন ডেকা-ল'ৰা চবে বৰ গাছৰ তলত ফকিৰ বাবাজী একটাক খুব পিতিলে। আজিকালি বন্হুৱা বস্তিত মানুহ ছয় বজাৰ পিছত বাহিৰ নাই ওলায়। ছোকৰা চবটো স্কুলভি নাযায়।" শুকদেৱে ক'লে।

"হ'বও পাৰে, সিদিনা ভৱলুৱা গাৱঁৰ ফালে যাওঁতে সাপ নচুৱা অঘৰী এটাক ল'ৰা এজাকে খেদি নিছে। হুমাৰ মান (অবাইচ) দিলেও বোলে। তাকো ল'ৰাধৰা বুলিয়েই ভাবিলে হ'বলা।" সূত্ৰধাৰে তেতিয়াৰ সেই ঘটনাৰ কাৰণটো এতিয়াহে বুজি উঠি ক'লে।

"এৰা, কথাটো দকৈ ভাবিব লগা হৈছেহে। সদায়ে শুনি আহিছোঁ বোলে পোণপ্ৰথম ডাঙৰ নদীত দলং দিলে, ৰাতি পূজা-পাতল কৰি কাম কৰা মানুহবিলাকে হুটা-এটা ল'ৰাৰ মূৰ বাহিৰৰ কোনেও গম নোপোৱাকৈ প্ৰথম খুটাৰ তলত পকাৰে সৈতে গাঠি দিয়ে। শুনাত শুনিছিলোঁ, প্ৰথমবাৰ গঙ্গা মাইতো দিছিল, ব্ৰহ্মপুত্ৰ বাবাইও বোলে হুটা ল'ৰাৰ মূৰ দলং আৰম্ভ কৰোঁতে ল'লে। এতিয়া আৰু জাগৃত ভৱলী গোসাঁনীয়ে মূৰ নল'বনে? ল'ব ল'ব—সেই কাৰণেই সোপাধৰাৰ উৎপাত।" বোধনদেউৰে যেন সোপাধৰা ওলোৱাৰ আচল কাৰণটো আবিষ্কাৰ কৰিলে। "আমাৰ ল'ৰাটোৰে

কোৱা শুনিছিলোঁ”—পণ্ডিতে ক’লে, “সি বোলে কিতাপত পাইছিল, জানো কিবা গল্প নে উপন্যাসত। ড্রিনা নে ক্রিনা বুলি এখন নদী। এইখন কোনোবা সাত সাগৰ তেৰ নদীৰ সিপাৰৰ ঠাইৰ নদী। তাৰ ওপৰত দলং দিওঁতে ল’ৰাটোৱে কোৱামতে তাৰ চুলতানৰ মানুহবোৰে এহাল যঁজা ল’ৰা-ছোৱালীক মাকৰ বুকুৰপৰা কাঢ়ি নি দলঙৰ খুটাত গাঁথি দিছিল আৰু এটা ফুটাৰে বোলে মাকে সিহঁতক পিয়াহ খুৱাইছিল। মানুহে কয় আজিও বোলে সেই ফুটাইদি মাজে-সময়ে গাখীৰৰ দৰে সোঁত বৈ অহা দেখা যায়।”

“গাখীৰৰ সোঁত বৈ আহিবই আহিব। নদীৰ এইবোৰ অলৌকিক মহিমা ক’লৈ যাব? এইবোৰ কথা গোটেই ভূ-ভাৰতে আছে। মই কৈছোঁ, ভৰলী গোসাঁনীয়ে মানুহৰ মূৰ নোলোৱাকৈ তেওঁৰ বুকুৰ ওপৰেদি দলং দিবলৈ কেতিয়াও নিদিয়ে।” বোধনদেৱে ধপাতৰ চিলিমত টানকৈ হোপাটো মাৰি চিলিমটো সাতোলাৰ ফাললৈ আগবঢ়ালে। তেনেতে ওচৰৰ গাওঁখনত চিঞৰ-বাখৰ শুনা গ’ল। কেইবাটাও কুকুৰে একেলগে ৰাউচি জুৰিলে। আটাইয়ে কথা সামৰি সেই ফাললৈ মন কৰিলে।

# সোঁতৰ

“ৰাইজ, আপোনালোকৰ আগত আজি এটা প্ৰশ্ন। আমি তিপ্লোঙা বাগিচাত এদিন সত্যাগ্ৰহ কৰি মাটি অধিকাৰ কৰিছিলোঁ। মাটিৰ কাৰণে ৰাইজে বহুতো নিৰ্যাতন ভুগিলে। জেললৈ গ’ল, সেই মাটি আজি অধিকাৰ কৰি ল’মনে নল’ম? ভৰলীৰ গড়া-খহনীয়া ৰাইজ আৰু অন্যান্য মাটিহীন ৰাইজে এই মাটি অধিকাৰ কৰিব লাগিব। বহুতে আজি চক্রান্ত কৰিছে, ৰাইজক ভয় খুৱাইছে যে মাটি ৰাইজে নেপায়, ছছিয়েলিষ্ট কেইটামানে নিজৰ ভোট গোটাবলৈ এইবোৰ কৰিছে। কেইজনমানহে মাটিৰ অধিকাৰী হ’ব। ৰাইজ, এইবোৰ সম্পূৰ্ণ ভুৱা কথা। মাটি দখল কৰিবৰ কাৰণে আমি যি নিৰ্যাতন ভুগিলোঁ—সি ৰাইজৰ কাৰণেহে। যিসকলে এই কথা প্ৰচাৰ কৰিছে, মই জানো, আজি মই নাম ক’ব খোজা নাই, তেওঁলোকৰ বহুতেই চতিয়া, জামুগুৰিত সমূহীয়া হিচাপে মাটি দখল কৰি খেতি কৰিবলৈ লৈ তাৰ অধিকাৰী নিজে হোৱা নাইনে? ৰাইজদ্ৰোহী সেইসকল নে আমি?” ৰাইজৰ মাজৰপৰা শুনা গ’ল। ‘সেইসকল—সেইসকলৰ—এদিন বিচাৰ হ’ব লাগিব।’ মৰণাকুৰিৰ মুকলি বাকৰিত হোৱা মাটিহীন ৰাইজৰ সভাত চতিয়াৰ চৈয়ব আলি চাহাবে বক্তৃতা দিলে।

আলি চাহাবৰ পিছত বক্তৃতা দিয়া বগাই বৰাই উদুকিয়ালে—“ৰাইজ, আপোনালোক শুই থাকোঁতেই, লুইতৰ চাপৰিৰ মাটি-বোৰলৈ দলে দলে সেইবোৰ কোন মানুহ আহিল? পাহাৰৰ কাণে কাণে সেইবোৰ ক’ৰ মানুহ বহিল? সেইবোৰ আমাৰ অসমৰ নে ভাৰত মুলুকৰ? সেইবোৰ ভাৰতৰ বাহিৰৰ নহয় জানো? ভোটৰ

আশাত, যিবোৰ ৰাজনৈতিক নেতাই এইবোৰক বহুৱালে, সেইবোৰে ভাবি চালেনে, এনেদৰে মানুহ আহি থাকি অসমৰ তথা ভাৰতৰ শতুৰু শালিলে। অসমীয়া মানুহৰ পাকঘৰত বিদেশী সোমাই তোমাক উলিয়াই নিজে চৰু পাতি বহিব। সাতাম-পুৰুষীয়া তোমাৰ মুখৰ মাতকথা, তোমাৰ বিহু, তোমাৰ ভাওনা সকলো যাব। এইবোৰ কথা ৰাইজে চিন্তা কৰিবৰ দেৰিহে হ'ল। তিপ্লোঙা বাগিচাৰ গ্ৰাণ্টৰ মাটিত আপোনালোক নবহিলে ভোটৰ আশাত অন্য মানুহ আনি বহুৱাব দিহা কৰা ৰাজনীতি খেলা মানুহ আছে। ইতিমধ্যে, জেগা চাই-চাই, তেনেকুৱা মানুহক বহুৱাইছেই।" ৰাইজৰ মাজৰপৰা শুনা গ'ল—"লাজ, লাজ! সেইবোৰ ঘৰ-বিভীষণহে আমাৰ শত্ৰু।"

"মই এই কথাৰ প্ৰতিবাদ কৰোঁ।" মুৰত গান্ধীটুপী পিন্ধা কোনোবা এজন আদহীয়া লোকে সভাত থিয় হৈ ক'বলৈ আৰম্ভ কৰোঁতে ৰাইজৰ মাজৰপৰা কোনোবাই ক'লে—"বহক, বহক, বহি থাকক। আমি আপোনাৰ কথা নুশুনো, আমি ইমান দিনে আপোনালোকে কি তৰালে দেখিলোঁ নহয়। ৰাইজে ভালেকিবছৰ আপোনালোকৰ কথা শুনিলে। এতিয়া নুশুনে।"

"সভাপতি মহোদয়" দ্বিতীয়বাৰ মানুহজনে ক'বলৈ আৰম্ভ কৰোঁতেই আকৌ মাত শুনা গ'ল—"আপুনি বহক, নিজৰ মান-সন্মান নিজে চম্ভালক।" চাৰিওপিনে মানুহবোৰ জাঙোল খাই উঠা দেখি মানুহজন বহি থাকিল। "ৰাইজ, সভাপতি ডাঙৰীয়া, আমাৰ তেনেহলে দিন-বাৰ এটা চাই ওলাবহে লাগে।"

"দিন-বাৰ এটা ময়ে গণি-পিতি চাই দিম। শুভ কামলৈ ৰাইজ ওলাব যেতিয়া দিন-বাৰ এটা চাই যোৱাই ভাল।" বোধনদেউৱে সভাৰ মোখনি মাৰিব খুজি এই আষাৰ ক'লে।

সভা শেষ হোৱাৰ লগে লগে ৰাইজ দিহা-দিহি যাবলৈ আৰম্ভ কৰিলে। বাটত যাওঁতে, বিভিন্নজনে বিভিন্ন ধৰণৰে কথা পাতি গ'ল। কোনোৱে ক'লে—"হেৰি নহয়। সিবাৰৰ দৰে পুলিচ-মিলিটেৰী



দৰ কৰি যদি। বাৰে বাৰে আকৌ পুলিচ-মিলিটেৰীৰ খুন্দা খাই জেললৈ যাব নোৱাৰিব আৰু।"

"অ', জেলতো দেখিছোঁ নহয়, তাতো ভাগ ভাগ। তাহানি সেই বিয়াল্লিছত, দেশৰ কাৰণে জেলত সোমোৱা মানুহৰ কোনোবাই বাতিপুৱা খাবলৈ পায় মাখনেৰে লেটিয়াই পাওৰুটি আৰু কোনোবাই খাবলৈ পাই মাৰ-ভাত। ইপিনে আটায়ে আকৌ দেশৰ কাৰণে জেলখোৱা দেশকৰ্মী!" বয়সস্থ এজনে ক'লে।

"এ, বুজিছোঁ দেদাই, এইবোৰ সেই বিটিছৰেই ফন্দী। সিহঁতে মানুহক বাহিৰততো ভাগ ভাগ কৰেই, জেলৰ ভিতৰতো ভাগ ভাগ কৰে।" কোনোবা এজনে জনাৰ দৰে ক'লে।

"তাহানি কি হ'ল শুনা। বিয়াল্লিছৰ আন্দোলনত তেজপুৰ জেলত মই থাকোঁতে, ডফলা কেওঁটে কি কৈছিল শুনা। ঢেকীয়াজুলি থানাত পতাকা উত্তোলন কৰোঁতে গুলী হোৱা ঘটনাৰ সংক্ৰান্তত গ্ৰেপ্তাৰ হোৱাসকলৰ ভিতৰত ডফলা কেওঁটো আছিল। ঢেকীয়াজুলিৰ গুলীৰ ঘটনা প্ৰকাশ হওঁতে ভালেখিনি মানুহৰ নামৰ মাজতে ডফলা কেওঁটৰ নামো ওলাল ইংৰাজী কাকত এখনত। ওলালহে ওলাল—ডফলা কেওঁট হ'ল ডাফ্‌লছ্‌ কুট। পঢ়ি শুনোৱাত কেওঁটে হাঁহি মাৰি ক'লে—'বৰ ভাল হৈছে, নামটো চাহাব চাহাব লাগিছে। আমাৰ নামটো চাহাবৰ দৰে ওলোৱাতেই শেষ।' দেশৰপৰা যদি বিটিছ খেদি কেতিয়াবা আমাৰ মানুহে ৰাজপাট খায়, তেতিয়া হ'লে সেই আমাৰপৰা আঁতৰাই ৰখা ৰুটি, মাখন খোৱা মখায়েই ৰজা, মন্ত্ৰী হ'ব। আমাৰ মাৰভাত খোৱা মখালৈ কোনে চাব? আগলৈ ক'ববাত দেখা কৰিবলৈ গ'লেও কেইটা চন্তৰী-চিপাহীৰ পোন্দোৱা চকু পাৰ হৈ যাব লাগিব।" এইবুলি কনক হাজৰিকাই ক'লে।

"সেই একে ভাগ ভাগ হ'ল আমাৰ নিজৰ মানুহৰ চৰকাৰৰ দিনতো। ডফলা কেওঁটে ঠিকেই কৈছিলহে। দেখিলোঁ নহয়,

আমাৰ নেতাবোৰে, ভোটৰ বৈতৰণী পাৰ হলেই, পাৰ পাইবোৰে লাঠী মাৰে।" কেহোঁ শইকীয়াই ক'লে।

"কিছুমান নেতাই বাৰু মন্ত্ৰী এম-এল-এ হলেই ক'ৰ টকা পায়হে—নগৰত মাটি-বাৰী লৈ ঘৰ-দুৱাৰ সাজিবলৈ ?" এজনে প্ৰশ্ন তুলিলে।

"ক'ৰপৰা পাব ? কেলেই, ডাঙৰ ডাঙৰ ব্যৱসায়ীবিলাক, ডাঙৰ ডাঙৰ ঠিকাদাৰবিলাক ক'লৈ গ'ল ? পাৰ্মিটবিলাক দিওঁতে দক্ষিণা নিদিয়াকৈ পাৰ্মিট দিব জানেঁ৷ ? শুনিছোঁ বোলে কৰ্মচাৰীক অদল-বদল কৰোঁতেও এইসকলে হস্তক্ষেপ কৰি পা-পইচা সৰকায়। কোনো কোনো মন্ত্ৰী, এম-এল-এৰ ঘৰৰ বিয়াবোৰহে চাবলৈ ভাল। ৰভা কৰাই ৰভা কৰিছে, মাছ ঠিক কৰাই মাছ ঠিক কৰিছে। মিঠাই বন্দৱস্ত কৰাই মিঠাই বন্দৱস্ত কৰিছে—ঘৰৰ গিৰীহঁতে এই-বিলাকৰ মাজলৈ সোমাবই লগা হোৱা নাই। ছোৱালীৰ বিয়াত সোণৰ চেইন, আঙঠি, ৰেডিঅ' উঠা কিমান দেখিবা ? বুঢ়া আঙুলি দুটাৰ বাহিৰে ছোৱালীৰ আঠো আঙুলি আঙঠিৰে ভৰি পৰে। সজে সজে দামী কাপোৰ উঠে। এইবোৰ কোনে দিয়ে জানা ? কাৰখানা নোখোলাকৈয়ে কাৰখানা চলি থকা বুলি পাৰ্মিট সৰকোৱা আৰু ক'লা-বজাৰত ঘনঘটা ব্যৱসায়ীয়ে, অ'ৰ শিলগুটি ত'ত পেলাই ৰাস্তা নোহোৱাকৈয়ে ৰাস্তা হ'ল বুলি যিসকল ঠিকাদাৰে মাৰ্চৰ শেষ তাৰিখৰ দিনা বিলৰ টকা আদায় কৰিলে সেইসকল ঠিকাদাৰে।" আগেয়ে মন্ত্ৰী, এম-এল-এৰ লগত গাৱেঁ গাৱেঁ দিনে-নিশাই টাকুৰি ঘূৰাদি ঘূৰি ফুৰা, এতিয়া কিবা কাৰণত শাসক পাৰ্টি এৰা, ভিতৰুৱা বহুতো খবৰ জনা বলোৰাম বৰুৱাই ক'লে।

"মন্ত্ৰী মানে দুনী-খেতি কৰিবলৈ কোৱা, এড়ি পুহিবলৈ কোৱা পালিমন্ত্ৰী হ'লে নহ'ব। ব্যৱসায়ী, ঠিকাদাৰ আদি জড়িত হোৱা নাইবা সাঙোৰ বুলিলেই সাঙোৰাব পৰা ক্ষমতা থকা মন্ত্ৰী হ'ব লাগিব। তেতিয়া ব্যৱসায়ী, ঠিকাদাৰ, চাকৰিয়াল, সকলোৱেই



দৰ কৰে। গতিকে তেওঁলোকৰ ঘৰত কিবা-কিবি পাতিলে কি হ'ব জনা কথা।" এজন জনা-বুজা ডেকা সমাজকৰ্মীয়ে মাত লগালে।

"এবাৰ বুজিছানে—এজন মন্ত্ৰীৰ ঘৰত বিয়াত তেওঁৰ বিভাগৰ বহুত ডাঙৰ চাকৰিয়ালৰ, বিয়াৰ ভালেদিন আগৰেপৰা অফিচতকৈ বিয়া-ঘৰতহে ডিউটি বেছি হ'ল।" বলোৰাম বৰুৱাই আকৌ ক'লে।

"এবিধ আছে হেনো নিজে আনা-আভুৱাকৈ থাকে, ঘৰত পৰিবাৰে, ভায়েকে বা বোৱাৰীয়েকে ধনৰ টোপোলা সামৰে।" ভিতৰুৱা বহুতো খবৰ জনাৰ দৰে এজনে মত প্ৰকাশ কৰিলে।

"শুনিছোঁ বোলে, দুজনমান এম-এল-এ আছে, দিল্লীলৈ উৰা-জাহাজেৰে সুতুক-সুতুক গৈয়েই থাকে। দিল্লীলৈ ঘোৱা টকা বোলে এজন ডাঙৰ ব্যৱসায়ীৰ।" এম-এল-এ সকলৰ তলা-নলা জনা এজনে ক'লে।

এইবোৰ শুনি তেওঁলোকৰ লগতে যোৱা পণ্ডিতে মাত লগালে,— "মহাত্মা গান্ধীয়ে স্বৰাজ ইয়ালৈকে আনিলে !"

"এ, তাকেহে কয় বোলে,—আৰ্জিলে নট-শিয়ালে, খালে বোন্দা শিয়ালে।" কথাখিনি শুনি বোধনদেউৱে এই ফকৰা মাৰিলে।

পণ্ডিতে আকৌ ক'লে, "হেৰা, লঙ্কালৈ যেয়ে যায় সেয়ে ৰাৱণ হয়হে।"

আন এটা জুমৰ এজনে ক'লে, "ভৰলীয়ে মাটি খহালে, কিমাননো আৰু মাটি মাটি কৰি থাকিম ! মাটি বিচাৰিলে যদি পুলিচ-মিলিটেৰীৰ মাৰ খাব লাগে, মণ্ডল-কাননগুকে আদি কৰি ওপৰৰ বিষয়ালৈকে পা-পইচা দিব লাগে, তেনেহলে মাটি নিবিচাৰি চাকৰি-বাকৰি বিচৰাই ভাল। মেকানিকৰ কামো অলপ জানো, তেজপুৰে-চেচপুৰে ক'ৰবাত কল-কাৰখানাত চাকৰি-বাকৰি এটা পাওঁৱেই কিজানি। আমাৰ গাৱঁৰ মানুহো বৰ বেয়া হৈছেহি। কিবা খেল ফটা-ফটি, নমতা-নমতি—বৰ গণ্ডগোলখনহে।"

"সেই কষ্টিয়েও তাকেই কৈছে, সিও বোলে মাটি ভঙাত নাই,

আৰু চহৰলৈ কিবা চাকৰি-বাকৰি বিচাৰি যাব। ভৰলীয়ে মাটি নিলে, ধাৰত মাটি গ'ল। তাৰোপৰি, মানুহজনীৰো এশ-এবুৰি বা-বদনাম উলিয়াইছে। গতিকে সি মাটি ভাঙি নতুনকৈ আকৌ গাওঁ পতাত নাই।" এজনে উল্লেখ কৰিলে।

"গাৱঁৰ মানুহ গাওঁ এৰিনো ক'লৈ যাব? থান এৰিলে মান এবাৰ সমান। আমি হ'লে মাটি ভাঙিমেই, নতুনকৈ গাওঁ পাতিমেই। শুনিছোঁ, এইবাৰ জেললৈ যাব নেলাগিব। অৱশেষত, উপায় নেপাই বাগিচাৰ চাহাবে বোলে চৰকাৰক মাটি চমজাই দিছে। এতিয়া চৰকাৰে কি খেলা খেলে খেলিব।" আন এজনে ক'লে।

"কি ঠিকহে, সিবাৰ মাটি ভাঙি মাহ-সৰিয়হ সিচিলোঁ, আহিল জকি-পকি চাহাবটো। পিছতেই আহিল আকৌ পুলিচ-মিলিটেৰী। তাৰে সৰিয়হ-তলি তাতে পৰি থাকিল—খা জেলৰ ভাত! বোলে ধিনদৌ পুঠি মাছ, আবেলিতে খালি ভাত, মানুহ লেখি লেখি শো।" বয়সস্থ এজনে জেলৰ কথা সোঁৱৰাই দিলে।

"অ', সেই জেলত ৰাতি মানুহ গন্তি কৰাৰ কথা কৈ ভাল ফকৰা মাতিলা। টোপনিত মেট নে ফেট সেইটোৰে যে মাতি যায়—'এক··· দুই···চাৰি···পঞ্চাশ, চাৰ নম্বৰ বিলকুল ঠিক!" বোধনদেউৰে ক'লে।

"এৰাহে, সেইবোৰ মনত পৰিছে। গালে-মুখে চাইলগা ভাত দিয়া সেই কেইটাক জেলত সুধিলোঁ—'তহঁতনো কি কচুৰত জেললৈ আহিলি?' এটাই ক'লে, সি বোলে ঘৈণীয়েকক টেটু চেপি মাৰিছিল, আনটোৱে বোলে দদায়েকক মেচি-দাৰে ছুচেও কৰিলে। এতিয়া জীৱনভৰ ফাটেক! সেই মহাপাতকী কেইটাই হ'ল আমাৰ মাটি ভঙা ৰাইজক জেলত ভাত বান্ধি খুউৱা ৰান্ধনি বাঢ়নি। যিদিনাই তোমাৰ সিহঁতৰ মুখত সেই আষাৰ শুনিলোঁ, সেই দিনাৰপৰা বৰ বিচ্ কিনাৰেহে ভাত কেইটা খাওঁ দেই। নেখালেও উপায় নাই। জেলৰপৰা ওলায়েই পা-পৰাচিত হৈ পৰভু ঈশ্বৰৰ গুৰি পালোঁগৈ।" বয়সস্থজনে এই আষাৰ কৈয়েই থুই পেলালে।



"একো নাইহে, জেলও প্ৰবাস বুলিয়েই ধৰাচোন। বোলে—'প্ৰবাসং নিয়মং নাস্তি'। বচ্! প্ৰবাসৰপৰা আহিলা, দুই ধেনু পৰাচিত হ'লা। লঘোণ-কাৰণ দিলা, হ'লা শুচি! হে'ৰা, মনুষ্য দেহানো অশুচি হয়নে?" বোধনদেউৰে ক'লে।

আন ঠাইত আগৰেপৰা মাটি-বাৰীৰ দিহা কৰা গাৱঁৰ দুজনমানে আলোচনা কৰিলে, "কিনো যাবাহে! কিনো মাটিখন ভাগত পৰিব? এইখন কিবা ৰাজনীতিৰ খেল যেনহে পাইছোঁ। আমি গাইগুটিয়া হিচাপে লোৱা মাটিলৈকে গুচি যাম, বুজিছোঁ।"

তেনে ধৰণৰে যাব খোজা এজনে ক'লে, "এইবোৰ জঞ্জালত মই হ'লে সোমাব খোজা নাই। সঁচাই-মিছাই চৰকাৰী চাকৰি এটাও কৰিছোঁ, ক'ৰবাত তাৰো মুদা মৰিব। ঘৰৰ মানুহজনীৰ আগত কথাটো উলিয়াওঁতে গোটেইজনী ৰাহুত-বাহুত দি ক'লে—'নেলাগে আমাক সেইখন বাগিচাৰ বিজাপৰ মাটি, তাত খেতি কৰি একো কচিটো বান্ধিব নেলাগে। জামুগুৰিৰ চেণ্টাৰতে মাটি অকণ কিনিবলৈ পায়নেকি তাকে চাওক।"

"হেৰা শইকীয়া, তোমাৰ সিজনী টাউনীয়া হ'বলৈ লাগেহে।" এজনে মাত লগালে।

"জানোঁ, যি হয় হৈ থাওক। মই হলে নেযাওঁ দেই। ঘৰত পুৰা-গধূলি দন্-খৰিয়ালৰ বাহ হ'ব। সেই কাৰণে ভাবিছোঁ ৰাইজক টকা কেইটামানকে দি মাননি ধৰিম। ৰাইজে কি কৰে কৰিব।" শইকীয়াই ক'লে।

"এৰা, ময়ো তাকেই ভাবিছোঁ। যোৱাৰ মতলব মোৰো নাই। ভৰলীয়ে আমাক গাওঁ হিচাপে নেৰাখিলে যেতিয়া আকৌনো কি গাওঁ হিচাপে থাকিম! মোমাইয়ে মাতি পঠাইছে। তেওঁলোকৰ দেধাৰ মাটি পৰি আছে। ভাগিন বুলিবলৈ ময়েই। সেই কাৰণে মাটি-বাৰী যি লাগে দিব। তালৈকে যামগৈ।"—ৰাইজৰ লগত যাবলৈ মন নকৰা এজনে ক'লে।

"মাটিবোৰ কিন্তু বৰ সাৰুৱা দেই। সিবাৰতে গম পাইছোঁ। খেতি তোমাৰ চপাই আমনি লাগিব।" এজন উৎসাহী ডেকাই লগৰজনক ক'লে।

"হয়হে, মাটিতো মাটিয়েই। খৰি-মাৰিৰো অভাব নাই। মাছ-পুঠিও ভিতৰৰ বিল-ডোবাবিলাকত ধৰিব পৰা হ'ব।" এজনে ক'লে।

"এ, খৰি-মাৰি মাছ-পুঠি ক'ত পাবা? সেইবোৰ চৰ্ ফৰেষ্ট বিভাগৰ। খৰি-মাৰি কাটিলে, মাছ-পুঠি ধৰিলে হাতত হাত-কেৰেয়া লাগিব।" আন এজনে ক'লে।

"থোৱাঁ থোৱাঁ, আমাক যে হাত-কেৰেয়া লগাব, যেই কাজিৰঙাৰ পহুবোৰ, গড়বোৰ চোৰাং চিকাৰীয়ে মাৰে। সেইবিলাককনো কিটোনো কৰিছে? সিহঁতৰ নোম এডালকে ল'ব নোৱাৰে। ৰাইজে খৰি এডাল কাটিলে, মাছ এটা ধৰিলে, হাত-কেৰেয়া লগায়। চৰকাৰৰ পুলিচৰ হাত-কেৰেয়া কিডাল আমাৰ নিমাষিত মানুহ কেইটালৈহে। চৰকাৰৰ আইন-কানুনো সেই মৰাক মাৰিবলৈহে? সেইবোৰ ক'ৰ চিকাৰী ক'ব নোৱাৰোঁ, গাঁত খান্দি বন-জাবৰৰে ঢাকি থৈ বোলে গাঁতত হাতী-গড় পেলায় বধ কৰি, গড়ৰ খড়্গ, হাতীৰ দাঁত নিয়ে। সিহঁতৰ কেইটাক হাত-কেৰেয়া লগাইছেহে? বিয়াগোম কাঠ এডালৰহে পাৰমিট ল'ব, নিব দহডাল। সেই-বোৰতো, আমাৰ মানুহে নেপায়। হাবি-জঙ্গলবোৰ চোৰাং কৰি কাটি ধুলে। মোটা সিধাটো দিলে বা-বিষয়া সকলো নিমাত। এইবোৰ দেখি-শুনি এফালৰপৰা কিবা চকলিয়াই যাবৰ মন যায়। এইখন দেশত, মুখত গান্ধী, বুদ্ধৰ নাম ল'ব আৰু দেখৰ ঘোচ খাব! কিবা এটা বেলেগ বিপ্লৱ নহলে নহৈছে দেই।" এজন কলেজত পঢ়া ডেকাই উত্তেজিত হৈ ক'লে।

নানান আলোচন-বিলোচনাৰ মাজেদি মাটি-ভঙা সিদ্ধান্ত সকলোৱে নললেও অন্ততঃ সৰহসংখ্যকে মনত লৈ সন্ধিয়াৰ আগে আগে ঘৰাঘৰি গ'ল।

## ওভৰ

দোক-মোকালিৰেপৰা মটি ভাঙিবলৈ যোৱা গাওঁকিখনত খদম-দম। গাৱেঁ গাৱেঁ নামঘৰত ডবাৰ কোব পৰিল। হাতে-হাতে দা-কুঠাৰ-কোব লৈ ঘৰে প্ৰতি একোজনকৈ গাৱঁৰ লোক ওলাল। দুই-চাৰিৰ হাতত দুই-চাৰিটা পলও। ভেলেউ মহৰীয়ে পিঠিত বন্দুকটো বান্ধি ল'লে। ভেলেউ মহৰীৰ পিঠিত হোকাৰ দৰে ক'লা পৰা কুন্দাৰ বন্দুকটো দেখি আগৰ মহৰীক জোকোৱা ল'ৰা-কেইটা ডাঙৰ হ'ল যদিও তাৰে এটাই সুধিলে, "ৰৰপিতাই বন্দুক ল'লে দেখোন; কিনো মাৰিব?"

"ক'ৰবাত বিলে-চিলে হাঁহ-চাহ পাওঁনেকি?" মহৰীয়ে ক'লে।

"নহয় অ', ৰৰপিতাইয়ে বন্দুকৰে ঢেকীয়াপতীয়া বাঘ মাৰিব।" তাৰে এজনে মহৰীক জোকোৱাৰ সুৰৰে ক'লে।

"ক'তা নিলাজকিটা, ডাঙৰ হৈছ যদিও বদমাচি কথা এৰা নাই। সজ কামলৈ ওলাইছোঁ, যাত্ৰাৰ সময়ত অবাইচ উলিয়াই নলবি।"

ৰাইজ ওলাই মেলি নামঘৰৰ গুৰিত গোট খাবলৈ ধৰোঁতেই হাতত লাঠি, কান্ধত মোনা লৈ কপালত ৰঙাচন্দনৰ ফোঁটৰে বোধনদেউ ওলালহি। কোবা-কুৰিকৈ অহা বোধনদেউক দূৰতে দেখি দুই-এজন ডেকাই নিজৰ মাজতে ক'লে, "দেখিছানে, তিনিকুৰি দহবছৰ বয়সতো দেউ একেবাৰেই তজবজীয়া। দেউৰ বয়সত, আমি হ'লে ঢাৰি-পাটী ল'ব লাগিব। এতিয়াই দেখোন কঁকালৰ বিষ হলেই।"

"দেউৰ এইটো কিহৰ জোৰ ক'ব পাৰ? মালভোগ কল, মধুপৰ্ক আৰু বলিকটা ছাগলীৰ ভোগকণৰ জোৰ।" তাৰে এজন ডেকাই ৰসিকতা কৰি ক'লে।

“ৰাইজ ওলালনে? দেখিছে কৰিছে। বাটত দেখি আহিছোঁ, মুছলমান গাৱঁৰ ৰাইজ পুৰাৰ আজানৰ পিছতেই ওলাই-মেলি মছজিদৰ গুৰিতে আছে। কেকোকলি গাৱঁৰ মিছিং মানুহখিনিও ওলাই আছে বোলে। ৰাইজ খৰধৰ কৰক।” বোধনদেউৱে ক'লে।

“ৰাইজ হৰিধ্বনি এটা দি খোজ লবহে লাগে। ধৰক ৰাইজ, অউৰা ৰাম বোলা, অউৰা হৰি বোলা।” সাতোলাই লগাই দিয়া হৰিধ্বনি আৰু ৰাইজৰ হৰিধ্বনিত, কাষৰ বাঁহনিডৰাত প্ৰতিধ্বনি উঠিল। ডেকাসকলৰ মাজৰপৰা কোনোবাই লগালে, ‘ইনকিলাব জিন্দাবাদ', ‘মহাত্মা গান্ধীজীকি জয়', ‘মাটি কাৰ, মাটিহীনৰ'। আদহীয়াসকলৰ কোনোবাই ধ্বনি তুলিলে,—‘বন্দেমাতৰম', ‘স্বাধীন ভাৰত কি জয়!' ৰাইজ আগবাঢ়িল।

“অ, সাতোলা দেখোন উভতিলা?” ধনী সূত্ৰধাৰে সুধিলে।

“মোৰ ফানটিযোৰ এৰিলোঁহে, কালিয়েই দোল-ফহতি লগাই থৈছিলোঁ। বোৱাৰীজনীয়ে মোনাত দিছে বুলি ভাবিছিলোঁ, নিদিলে। নিমিষতে লৈ আহোঁ, ফটুৱাই ফটা ভৰি উলুৱনিত কেনেকৈ সোমাবা?”

ৰাইজ নামঘৰৰ কেকুৰিটো পাৰ হোৱালৈকে গাৱঁৰ ল'ৰা-ছোৱালী, জীয়ৰী-বোৱাৰী বুঢ়ী আদিয়ে চায়েই থাকিল। দুই-এজনী গাভৰু বোৱাৰীয়ে ইজনীক সিজনীয়ে জোকালে, “তোমাৰজন একেবাৰেই আগত। নগ'লা কেলেই লগত? লাচনি-পাচনি কৰি দিবগৈ পাৰিলাহেঁতেন। ঘৰত অকলে থাকি উকঙা নেলাগিব জানোঁ?”

নতুনকৈ বিয়া কৰাই অনা বোৱাৰী এজনীক গাওঁ সম্বন্ধীয় ননদ এজনীয়ে ক'লে, “বিয়াৰ তিনিমাহ নৌহওঁতেই ৰাম অকলে বনলৈ গ'ল—সীতাও লগতে যাব লাগিছিল, তেহে ভাল। এতিয়া উৰমিলা হৈ থাকিবানে?”

“থোৱা, থোৱা, বহাগত তোমাৰ বিয়া হ'ব নহয়। তুমিয়েই



তোমাৰ ৰামচন্দ্ৰৰ লগত সীতাজনী হৈ হাতত ধৰাধৰিকৈ যাবা।” এইবুলি ন-বোৱাৰীয়ে ননদৰ বাহুত চিকুট এটা মাৰিলে।

বাপেকৰ লগত যাব খোজা পাঁচ-বছৰীয়া ল'ৰা এটাই চিঞৰি-বাখৰি গামোচা এখন পিন্ধি থকাৰেই হাতত পেণ্ট এটা লৈ লৰ মাৰিলে। বুঢ়ীমাকে “ধৰা, ধৰা, এই জহনীত নিয়াটোক ধৰা কোনোবাই! ফুকলীয়া ল'ৰা হাৰিলৈ যায়। বাপেকটোৱে য'লৈ ত'লৈ লগত লৈ ফুৰাই গুচালে”—বুলি খেদি গৈ নামঘৰৰ গুৰিত ল'ৰাটো ধৰি টনা-আজোৰা কৰোঁতেই ল'ৰাই কঁকালৰপৰা স্খলকি যোৱা গামোচাখন দুই কৰঙনৰ মাজত হেচি ধৰি ৰাখি পেণ্টটো পিন্ধি চিঞৰি ক'লে, “বুঢ়ীমাৰ, চুৰিমাৰ, নেমানিম, কাটি থ'ম বাপেৰে!”

ৰাইজ আগবাঢ়িল। গাৱঁৰ সিমূৰে বোধনদেউৱে পিছলৈ চাই ওচৰৰে এজনক সুধিলে, “কন্তি আহিছেনে নাই? সি আকৌ নাহিম বুলিহে কৈছিল। মাটি হেনো নাভাঙে। তেজপুৰৰ ওচৰৰে কিবা ডাঙৰ কাঠফলা কল এটাত চাকৰি এটা পোৱাৰ কথা। গাওঁ এৰি চহৰলৈ যাব। মই কলো, ‘যাৱ যাবি। তোকনো কোনে ধৰি ৰাখিব? দুদিন আছ যেতিয়া ৰাইজৰ লগতে থাকিলেনো কি বেয়া?' কালি গোটেই গধূলিটো বুজাওঁতে বুজাওঁতে যেনিবা অহাটো হ'লগৈ। সেয়েহে সুধিছোঁ—সি আহিছেনে নাই?”

“আহিছে দেউ, সি ৰুদ্ৰহঁতৰ লগতে আহিছে। ৰাইজক সি এৰিব নোৱাৰে নহয়। ময়ো কৈছোঁ—গাৱঁত লগোৱা-ভগোৱাবোৰ আছেই। সেইবোৰ দেখি-শুনি আঁতৰিলে নহ'ব নহয়। আমি গাওঁ-ভূই ভাল নকৰিলে কোনে কৰিব?” এজনে বোধনদেউৰ কথাৰ উত্তৰ দিলে।

ৰাইজ আগবাঢ়ি গাওঁ পাৰ হৈ এৰাবাৰী ডৰাৰ কাষেদি মুছলমান গাৱঁৰ ফালে আগবাঢ়িল। শুইন যেন পাই ৰুদ্ৰৰ লগৰ এজনে ৰুদ্ৰক ক'লে—“হেৰ ৰুদ্ৰ, নিবোকা চামোনটো হৈ কিমান যাৱ? গা-চোন তই যে সিদিনা কৃষকসভাৰ বছেৰেকীয়া অধিৱেশনত

গাইছিলি—'কিবা, সোণৰ মাটিৰ এন্থুৰা মৰম'। মাটি ভাঙিবলৈ যাম যেতিয়া মাটিৰ গীতটোকে গা।” লগৰখিনিৰ অনুৰোধত রুদ্ৰই গীত আৰম্ভ কৰিলে—

জনমে জনমে
সোণৰ মাটিৰ
এন্থুৰা মৰম থাকোঁ সুৰঁৰি
কত মানুহৰ কতনা সপোন
আছে নিৰবধি
এই ধৰণীৰ ধূলিত মিলি—
মাটিৰ বুকুতে
মেলিলো নয়ন
মাটিৰ বুকুতে
কৰিম শয়ন
দুহাতেৰে মই মাটিক সাৱটি !

—সুন্দৰ কণ্ঠৰে রুদ্ৰই গোৱা গীত সকলোৱে শলাগিলে।

মছজিদৰ গুৰিতে ৰহিম, ৰহমৎ, জেহিৰ, মনেশ্বৰ আলি আৰু অন্যান্য বহুতো মুছলমান গাৱঁৰ ৰাইজ লগ লাগিলহি। প্ৰায় বোধনদেউৰ বয়সৰে কৰিম শইকীয়া আৰু খেলিল নাজিৰো ওলাইছে বোধনদেউৰ দৰে ডেকাসকলক উদগণি দিবলৈ। কৰিম শইকীয়া হজৰপৰা অহা বেছিদিন হোৱা নাই। বোধনদেউক দেখি মাত লগালে—ঠাকুৰ আহিছে !”

“আহিছোঁ, ডেকাহঁতে মোক ক'তো নেৰে। কেতিয়াবা সিহঁতক নেযাওঁ বুলি ক'লে কয়,—'বোলে, পাঁচো আঙুলিৰে খায়, বুঢ়াই হেচুকিলেহে যায়'। শইকীয়া, হজৰপৰা ভালে-কুশলে আহিলনে ?” বোধনদেউৱে কৰিম শইকীয়াক সুধিলে।

“আল্লাৰ কবুলত পালোঁহি আৰু ভাল ৰকমে।”



“ময়ো এইবাৰ পুৰী, জগন্নাথৰ ফাললৈ যোৱাৰ কথা আছে। এই ডেকাহঁতৰ কাম-বনৰপৰা আজৰি হৈয়েই ওলাম আৰু।”

“ভাল, ভাল, যাব লাগে, বুঢ়াকালত তীৰ্থ, হজ নকৰি কেতিয়া কৰিব ?”

কৰিম শইকীয়া, খেলিল নাজিৰ আৰু অন্যান্য সকলৰ লগত সুখ-দুখৰ কথা পাতি বোধনদেউ, সাতোলা, সূত্ৰধাৰ আদি বয়সীয়াল সকল আগবাঢ়িল।

“ৰাইজ, আমাৰ পথাৰে পোনোৱা। ফাগুনমহীয়া বাটে পোৱালি মেলিছে—এক্কেবাৰেই চমু ৰাস্তা ধৰা।”—এই বুলি বোধনদেউৱে হাতেৰে দেখুৱাই দিয়া পথাৰেদি ৰাইজ জুমে জুমে আগবাঢ়িল। পথাৰৰ মুকলি ঠাই দেখি ৰহিমে এটা জুমৰ মাজৰপৰা জিকিৰ গোৱা আৰম্ভ কৰি দিলে—

জীৱৰে সাৰথি নাম লৈ আল্লা
জীৱৰে সাৰথি নাম
সৎ-গুৰুক ভেটিবা আল্লাক চিনিবা
সিজিব দিনৰে কাম।
এইনো বৰে ঘৰ কেলৈ সাজিলা
শুবৰে নোজোৰে পাটী
গাৱঁৰে গিয়াতি চপাই মাতি আনি
লোৱা সুচলকৈ মাটি।

ৰহিমহঁতৰ লগত ঘন-মিনাৰামহঁতেও জিকিৰৰ দলত যোগ দিলে। খেলিল নাজিৰ, কৰিম শইকীয়া, সাতোলা, বোধনদেউ আদিয়ে সন্তোষৰ হাঁহি মাৰিলে।

মোৰ মনত ভিন্ ভাব নাই অ'ই আল্লা!
মোৰ মনত ভেদ ভাব নাই
হিন্দু কি মুছলমান একে আল্লাৰ ফৰমান
মোৰ মনত একেটি ভাব।

"এইদৰে গাই মেলি গলেঁহে বাট টুটে" বুলি কৰিম শইকীয়াই ফাগুনমহীয়া বতাহে কঁপোৰা থুতৰিৰ পকা দাড়িকোঁচাত হাত বুলালে। বোধনদেউৱে খোপাত গোজা ৰঙা কৰবীৰ ফুলপাহ ঠিক কৰি ক'লে,—"তাহানিনো ডেকাকালত কম বিহু গালোঁ, কম বিহু নাচিলোনে? তোমালোকেও আমাৰ লগত তাহানি সৰস্বতীপূজাৰ আগদিনা ৰাতি মাইনৰ স্কুলত পঢ়োতে কম নাচিলা-বাগিলানে? আমি তাহানি হিন্দু ল'ৰা, মুছলমান ল'ৰা, সকলোবোৰে মিলি বিহুও পাতিলোঁ, সৰস্বতীপূজাও পাতিলোঁ, ফাতেহা-দোৱাজো পাতিলোঁ, বিহুও গালোঁ, জিকিৰো গালোঁ, নামো গালোঁ। ল'ৰা—ল'ৰাই, উৎসৱ—উৎসৱেই, নিতান্তই ধৰ্মৰ কৰ্মখিনিৰ বাহিৰে আন ৰাজহুৱা ৰং-তামচাত ভিন্-পৰ কি আছে?"

"এৰাহে, সেই দিনবোৰ মনত পৰিলে আকৌ ল'ৰা অৱস্থালৈ ঘূৰি যাবলৈ মন যায়হে"—খেলিল নাজিৰে ক'লে।

ফাগুনৰ মন বাউল কৰা বতাহজাকে কোনোবা এটা জুমৰ ডেকা ল'ৰা এটিৰ মন বাউল কৰি তুলিলে,—মুখেদি ওলাল—

নামৰে কঠিয়া ঈশ্বৰে স্ৰজিলে
ব্ৰহ্মাই সৰজিলে নাম
বেয়া নাম ওলালে খেমিবা সদৌৱে
বিহুৱে গীতকে গাম।
বেলৰ আলিৰ তুৱৰি বনে ঐ লাহৰী
বেলৰ আলিৰ তুৱৰি বন
হাড়ক মাটি কৰি তেজক পানী কৰি
তোলৈকে ঘটিছোঁ ধন।
দিকৰাই হাবিতে মাটি মই পোৱা নাই
মোৰ নামে ওলাইছে পটা
তোমাৰে লগতে পীৰিতি কৰা নাই
মিছাতে ওলাইছে কথা।



লাহে লাহে বিহুৰ জুমত ডেকাল'ৰাৰ সংখ্যা বাঢ়ি গ'ল। কোনোবা এজন ডেকাই বাউসীত ওলোমাই নিয়া মোনা এটাৰপৰা ম'হৰ শিঙৰ পেঁপা এটা উলিয়াই বজালে। কাষৰ গাওঁখনৰ নৈৰ ঘাটত কেইজনীমান ছোৱালীয়ে পানীৰ কলহ বুৱাই বিহুগীত গোৱা ডেকাজুমলৈ চাই পাৰলৈ উঠিছে। সিহঁতক দেখি ডেকাজুমৰ মাজৰপৰা কোনোবাই গালে—

নৈৰ থিয় গড়াত ভালকৈ উঠিবি
কাষত ভৰা কলহ লই
উলটি নেচাবি পালটি নেচাবি
পিচলি পৰিবি তই।

ছোৱালীজাকৰ মাজেৰে এজনীয়ে ক'লে, "অ'ই ৰংমলা, পিছল খাইছনেকি?"

"ইঃ, আমি পিছল নেখাওঁ; পিছল খাব যদি তইহে পিছল খাবি—ম'হৰ শিঙৰ পেঁপাৰ মাত শুনিলে তইহে ৰ'ব নোৱাৰ, গা তিন্ নাচ কৰে"—চম্পাই এইবুলি নৈৰ গড়াত চাপৰি উঠোঁতে খহি যোৱা বুকুৰ চাদৰখন ঠিক কৰি ললে। চাদৰখন ঠিক কৰোঁতে চম্পাৰ কাষৰ কলহৰ পানী ঢোলোকনি খাই কৰঙনেদি বাগৰি আহিল। নৈৰ পাৰৰ জুই যেন ৰঙা হৈ ফুলি থকা পলাশজোপাৰ ফুলবোৰ বতাহত নাচি উঠিল। পলাশজোপাৰপৰা কুউ কুউ কৰি কুলি চৰাই এটা উৰি গৈ ওচৰতে থকা কুলি চৰাই এজনীৰ কাষত পৰিলগৈ।

কেতিয়াবা পথাৰেদি, কেতিয়াবা বাটেদি, কেতিয়াবা নৈৰ কাষে কাষে মাটিভঙা ৰাইজৰ দল আগবাঢ়িল। দূৰণিৰ তিপ্লোঙা গ্ৰাণ্ট দেখা গ'ল। মানুহৰ মাজত কোৱা-কুই হ'ল—'গ্ৰাণ্ট পালোঁহিয়েই'। বেছি ভাগ মানুহ সিবাৰ সত্যাগ্ৰহৰ সময়ত তালৈ গৈছিল কাৰণে গ্ৰাণ্টৰ মাটি চিনাত অসুবিধা নহ'ল। ৰাইজ আহিয়েই সোমাৰ-পৰাকৈ, কিছু ৰাইজৰ হতুৱাই চালি আদি কৰাই তুদিনমানৰ

আগৰেপৰা প্ৰান্তত থকা বগাই বৰা আৰু অন্যান্যসকল আগবাঢ়ি আহিল ৰাইজক আগবঢ়াই নিবলৈ।

আগৰ বাৰ নোযোৱা ডেকা ল'ৰাহঁতৰ মাজত আনন্দৰ সীমা নাই। আটাইৰে মুখে মুখে—"আমাৰ মাটি পালোঁহি। এইবাৰ ইয়াৰপৰা কোনে আমাক খেদিব! এয়া আমাৰ মাটি। ভৰলীয়ে খহোৱা ৰাইজৰ মাটি, মাটিহীনৰ মাটি—নাঙল যাৰ মাটি তাৰ।" দুজনমান ডেকাই ৰুদ্ৰই গোৱা গানটো দোহাৰিলে—

জনমে জনমে সোণৰ মাটিত

এনুৱা মৰম থাকোঁ সুঁৱৰি।

সাতোলাই বিৰিয়া এপাত মাটিত খোচমাৰি উলিয়াই আনি হাতেৰে বিৰিয়াৰ মুখত লাগি অহা মাটিকণ দুটা আঙুলিৰে লিৰিকি বিদাৰি ক'লে, "বৰ সুন্দৰ মাটি দেই। এতিয়া ৰাইজৰ বলেহে বল।" বনৰীয়া বতাহত গোলাপৰ গোন্ধ উৰি ভাহি ৰাইজৰ নাকত লাগিলহি। ইংৰাজী ভি আখৰটোৰ দৰে ক'ৰবাৰপৰা বনৰীয়া হাঁহ এজাক উৰি আহি প্ৰান্তৰ ওচৰৰ কোনোবা বিলত পৰিবলৈ উপক্ৰম কৰিছে। সিহঁতৰ কণ্ঠত যেন নতুন বিল পোৱাৰ আনন্দৰ ৰোল!

ৰাইজে থিতাপি ল'লে। দিন পাৰ হয় মানে কাম আগবাঢ়িল। সমূহীয়া হিচাপে বামখেতিৰ মাটি ওলাল। সৰু সৰু ঘৰ সজা হ'ল। ৰাইজৰ কৰ্মব্যস্ততাৰ শেষ নাই। বাঘ ভেটোতে, বাৰে চহৰৰ ভাওনা পাতোঁতে, ঈদৰ, বিহুৰ খেল-ধেমালি পাতোঁতে, ডেকাসকলৰ যি উদ্যম, সেই উদ্যম ইয়াত কমা নাই, বৰং বেছিহে। এয়া, জীয়াই থকাৰ সংগ্ৰাম। নাঙলে মাটিয়ে যুঁজি নিজক প্ৰতিষ্ঠা কৰাৰ সংগ্ৰাম।

তিপ্লোঙা বাগিচাৰ চাহাব গাড়ীৰে ধূলি উৰাই সেইপিনেদি মাজে মাজে যায়। পোন্দোৱাকৈ ৰাইজলৈ চায়। এতিয়া তাহানিৰ ধম্-ধমনি নাই। প্ৰথমবাৰ চাহাবৰ গাড়ীত অহা, আঠু চুই যোৱা খাকি পেণ্ট্, পিন্ধা, নাকৰ তলিলৈকে খহি পৰা চছ্মাৰে সন্ধিৰাম



বৰমহৰী এদিন চুচুক-চামাককৈ ৰাইজৰ মাজলৈ আহিল চিচা-পাতৰে মেৰিওৱা চাহপাতৰ দুসেৰীয়ামান টোপোলা এটা লৈ। বোধনদেউৰ কাষ চাপি বৰমহৰীয়ে ক'লে—"দেউ, ৰাইজলৈ চাহপাত দুটামান আনিছোঁ।" সন্ধিৰাম বৰমহৰীক দেখিয়েই সিবাৰ সত্যাগ্ৰহ কৰিবলৈ অহা ডেকাহঁতৰ মাজত কোৱা-কুই হ'ল—"এই ঢোলৰ লগত টেমে-কাটো দেখোন আকৌ আহিল। হুৰাই দে, হুৰাই দে।"

ডেকাহঁতৰ মাজত হোৱা কথা-বতৰা বৰমহৰীৰ কাণত পৰাৰ লগে লগে তেওঁ ক'লে—"দেউ! ৰাইজে দায়-দোষ মৰিষণ কৰে যেন। চাহাবৰ নিমখ খাইছোঁ যেতিয়া, লৈ আহিলেনো কি কৰিম? আহিবই লাগিব।"

"আহিছিলা, ভাল কৰিছিলা, ৰাইজলৈ পোন্দোৱা-পোন্দোৰিখন কৰিছিলা কিয়? আচুকাঠৰ গুৰি পালেই শিয়াল ৰঙা নহ'বাচোন।" সাতোলাই ক'লে।

"সাতোলা কাই, সেই অধ্যায় এৰকচোন। আমিও ৰাইজৰ লগতে। এতিয়া আইনমতে ৰাইজে মাটি পাইছে যেতিয়া বৰ সন্তোষ পাইছোঁ।"

"এৰা, এৰা, বাদ দিয়া সেইবোৰ আৰু। চাহাবৰ টেলেকা চকুৰ আগত বৰমহৰীৰো উপায় নাছিল। কৌৰৱৰ চাউল খাই পাণ্ডৱৰ গীত গোৱা বৰ টান।" বোধনদেউৱে ক'লে।

"দেউৱে ঠিক ধৰিছে।" বৰমহৰীয়ে পাৰ পাই স্বস্তিৰে গোঁফৰ তলতে হাঁহি এটা মাৰি ৰাইজলৈ অনা চাহপাতৰ টোপোলাটো সাতোলালৈ আগবঢ়ালে। সাতোলাই, বোধনদেউৰ চকুৰ ইঙ্গিত পাই টোপোলাটো সামৰি থ'লে।

নতুন মাটিত, নতুন মনবিলাকে ৰোৱাই সজাল ধৰাদি সজাল ধৰিলে। দুখন বাছ ভাড়া কৰি মাটি ভঙা ৰাইজৰ ভালেখিনি জীয়ৰী-বোৱাৰী আৰু বুঢ়ী মানুহ এদিন নতুন মাটিত গঢ় ল'ব খোজা তেওঁলোকৰ হেপাহৰ গাওঁকিখন চাই গ'লহি। বাছৰপৰা নামি

লুঙ-লুঙীয়া বাটেদি কিছুদূৰ গৈ তেওঁলোকৰ মাটি পাই দুই-এগৰাকী বুঢ়ীয়ে মাটিত হাত থৈ কপালত লগালে। কোনোবা এগৰাকী বুঢ়ীৰ মুখত শুনা গ'ল—"আই বসুমতী, ৰাইজক কৃপা কৰিবা!"

ন-ভাঙনি মাটিয়ে নিতৌ ৰূপ সলাইছে। কোৰ-কুঠাৰ লৈ ৰাইজ যিমানেই গ্ৰাণ্টৰ ভিতৰলৈ সোমাই গৈছে সিমানেই উদ্যম বাঢ়িছে।

এদিন থলুৱা হিন্দু-মুছলমান উভয় ৰাইজৰ মিটিং বহিল। হিন্দু থলুৱা ৰাইজ বোলোঁতে মধু ওৱাঙৰ নেতৃত্বত মাটি ভাঙিবলৈ অহা বনুৱা মানুহখিনিও আছে। গাওঁ হ'ল যেতিয়া, নামঘৰ, মন্দিৰ, মছজিদ্ আৰু পৰিয়াল আহিলে সৰু সৰু ল'ৰা-ছোৱালীয়ে পঢ়িবলৈ পাঠশালাও লাগিল।

"ঠাই এৰিলেও, মান এৰিব নোৱাৰি, ধৰ্ম, কৰ্ম এৰিব নোৱাৰি।" বুঢ়াসকলে মতামত প্ৰকাশ কৰিলে।

বোধনদেউৱে প্ৰস্তাৱ দিলে—"নামঘৰ, গোসাঁইঘৰ, মছজিদ লাগিবই যেতিয়া সকলো ৰাইজৰপৰা একেলগে পচা তোলা হওক।" পকা ডাঢ়িত হাত বুলাই কৰিম শইকীয়াই বোধনদেউৰ প্ৰস্তাৱ সমৰ্থন কৰিলে। ধনী সূত্ৰধাৰ, খেলিল নাজিৰ, মধু ওৱাং আৰু তিলক মিলিয়ে অনুমোদন জনালে। কোনোবাৰ মনতে কিবা ভাব থাকিলেও, ৰাজহুৱাকৈ আপত্তি নকৰিলে।

"আমি কিন্তু লাইব্ৰেৰীও পাতিম।" এজন ডেকাই উঠি ক'লে।

"ঠান-থিত লাগিছোঁ যেতিয়া সেইবোৰ চব্ লাহে লাহে হৈ থাকিব। ডেকাসকলৰ কমৰৰ জোৰৰহে কথা।" পণ্ডিতে ক'লে।

বনুৱাসকল অসমৰে এতিয়া সতি-সন্ততি। আমাৰ থলুৱা ৰীতি-নীতি, ধৰ্ম-সংস্কাৰ আদিৰ তেওঁলোক ভিতৰুৱা হৈ পৰিল গতিকে নামঘৰ তেওঁলোকৰো। অৱশ্যে বনুৱাসকলৰ নিজা ৰবীয়াকৈ নাম-ঘৰত নচলা ধৰণৰ কিবা উৎসৱ থাকিব পাৰে, সেইতেনে উৎসৱৰ কাৰণে তেওঁলোকে যি নামকেই নিদিয়ক, আমি পূজা-ঘৰেই বুলিছোঁ, কৰি দিয়া হওক।" বোধনদেউৱে আকৌ উঠি ৰাইজৰ মত বিচাৰিলে।



আপত্তি কাৰো নুঠিল। দূৰণিত বনুৱা ডেকা এজনৰ মুখত শুনা গ'ল—

আমৰা যত নৰনাৰী চা-বাগানে কাম কৰি
জুকে-পুকে ধৈৰ্য ধৰি কাম কৰি যায়
মৰি হায়ৰে হায়—
এমন দুখেৰ কথা কহন নযায়।

চাওঁতে চাওঁতে ৰাইজে বন্ধা আলিটোৰ দুকাষত মুছলমান গাৱঁৰ মূৰত মছজিদ আৰু হিন্দু গাৱঁৰ মূৰত নামঘৰ উঠিল, গোসাঁইঘৰ উঠিল, মজদুৰ ভাইসকলৰ কাৰণে নামঘৰৰ উপৰিও এনেয়ে গজি ডাঙৰ হোৱা কদম গছ জোপাৰ কাষতে এটি পূজাঘৰো হ'ল।

এদিন মছজিদত শুনা গ'ল 'আল্লাহ আকবৰ!' নামঘৰত ধ্বনিত হ'ল—

জয় জয় ৰাম জয় শ্ৰীৰাম
জয় সনাতন হৰি।

পূজাঘৰৰ কাষৰ কদম জোপাৰ তলত কোনোবাই সুললিত কণ্ঠৰে গালে—

মাথাৰ ওপৰ ময়ূৰ পাখা বাঁওয়া দিগে হেলা
ৰে কদম গাছেৰ তলা, সেত ভাল বাসি কালা
ৰে কদম গাছেৰ তলা।

গ্ৰাণ্টৰ এটা মূৰেদি বৈ যোৱা সৰু নৈখনৰ পাৰত বহা মিছিং সকলৰ চাঙত আলি আইৰ লিগাঙৰ লেনং বাৰ বাং (থালৰ দৰে আকৃতিৰ বাদ্য) বাজিল, লগে লগে বাজিল 'লিগাং চমান'ৰ ঢোলৰ চেও—

গুমৰাক্ গুমৰাক্ আগিন আগিন গুমৰাক ৰাক

গোসাঁই ঘৰত শঙ্খ ঘণ্টা-ধ্বনিৰ পিছত পুৱাবেলা বোধনদেউৰ কণ্ঠত শুনা গ'ল—

যো মাং পশ্যতি সৰ্বত্ৰ সৰ্বঞ্চ ময়ি পশ্যতি
তস্যাহং ন প্ৰণশ্যামি স চ মে ন প্ৰণশ্যতি।

গ্ৰাণ্টৰ মাটিত পৰিশ্ৰমী হাতৰ পৰশ পাই কুঁহিয়াৰবিলাক লহ-পহকৈ বাঢ়িছে, আহুধানবিলাক সেউজীয়া হৈ গজিছে। তললৈ চাই চাই টুনীচৰাই এজাক আহুধান ডবাৰ ওপৰেদি উৰি যায়। কোটোহা বাঁহেৰে পথালি হেঙাৰ দিয়া আহুধানৰ বেৰাৰ ফাঁক এটা উলিয়াই মুৰ সুমুৰাবলৈ অহা দমৰা গৰুটো দেখি কোনোবাই খেদিছে—"নগলিনে মাউৰত মৰা! ঘূৰ, দেখিছ—এই দমৰাটোৱে বেৰাখন ভাঙে এতিয়া, ঘূৰ!"

## ঊনৈশ

তিপ্লোঙা গ্ৰাণ্টৰ নতুনকৈ গঢ় লোৱা গাৱঁৰপৰা এদিন কণ্ঠি গুচি আহিছিল। সি মনৰ কথা কৈছিল বোধনদেউক, মনৰ কথা কৈছিল তাহানিৰ ঘাটৰ লগৰীয়া শুকদেউ, নবসিংহঁতক। সি খেতি কৰিব নোৱাৰে, গুটীয়া নাৱৰপৰাও তাৰ ৰোজগাৰ নিমিলে। এই সকলো-বিলাকৰ উপৰিও তাৰ মনটো ভাগি গৈছিল সইতীবুঢ়ীহঁতে উলিওৱা কথাবিলাকৰপৰা। গাওঁ এৰি গুচি গ'লে নগৰত হয়তো সি চাকৰি পোৱাৰ আশা থকা কাঠৰ কলটোত কাম কৰিলে তাৰ উপাৰ্জন বাঢ়িব। নগৰৰ ভাল মানুহৰ মাজত, অ'ৰ কথা ত'ত লগাই, মিছাকে সঁচা কৰি সংসাৰ ভাঙিব খোজা মানুহ নিশ্চয় নাই। নগৰলৈ তাহানি মাজে মাজে যাওঁতে কৰ্মব্যস্ত মানুহবোৰ দেখি তাৰ নগৰৰ প্ৰতি ধাৰণাটো তাহানিৰপৰাই বেলেগ।

সন্ধিয়া ঘৰ পোৱাৰ আগে আগে বহুত দিনৰ পিছত, গাৱঁৰ মুৰতে সইতীবুঢ়ীয়ে কণ্ঠিক পাই নতুন গাৱঁৰ খা-খবৰ লোৱাৰ লগতে কৈ গ'ল,—"তাৰ ঘৰ-দুৱাৰ হ'লে সোণপাহীকো তালৈকে লৈ যোৱাহে ভাল। অকলে ছোৱালীজনীৰ লগত গাভৰু মানুহজনী থকাটো ভাল নেদেখি। তই নাই, দোকানে বজাৰে তায়েই ইটো সিটো কিনি ঘূৰি ফুৰে। কাৰনো সজাত পাবি? তোলনীয়া ছোৱালী-জনীও এতিয়া লাহে লাহে ডাঙৰ হৈ আহিব।" কণ্ঠিৰ বুজিবলৈ বাকী নেথাকিল যে সইতীবুঢ়ীয়ে আকৌ তাক কি কবলৈ বিচাৰিছে। সোণপাহীৰ এসোপা বদনাম কোৱাৰ আগতে কণ্ঠিয়ে বুঢ়ীক ক'লে, —"বৰ আই, বৰ ভাগৰ লাগিছে, মই অলপ দিন থাকিম নহয়, পিছে পৰেও কথা-বতৰা হ'ম।" কণ্ঠিয়ে প্ৰায় জোৰকৈ সইতী-বুঢ়ীৰ গুৰিৰপৰা আঁতৰি ঘৰমুৱা হ'ল।

বহুতদিনৰ মূৰত দেউতাকক পাই মাজনীৰ আনন্দত সীমা নাই। নঙলামুখতে জেপ খানাতালাচ কৰি বিস্কুটৰ পেকেট এটা লৈ মাকৰ গুৰিলৈ লৰ মাৰি গৈ ক'লে,—"বৌ, পিতাইয়ে আমালৈ বিস্কুট আনিছে।" মাকে বিস্কুটৰ পেকেটটো সামৰি চাহ-জলপানৰ দিহা কৰি কণ্ঠিক হাত-মুখ ধুবলৈ ক'লে। কণ্ঠিয়ে সকলোবোৰ যন্ত্ৰবদৰে কৰি গ'ল। কণ্ঠিৰ মনটো মৰা দেখি সোণপাহীয়ে সুধিলে, "তোমাৰ নো আকৌ কি হ'ল ?"

"একো হোৱা নাই। বৰ ভাগৰ লাগিছে।"

"তাত মাটি-বাৰী ওলাইছে নহয় ? বাইজৰ ঘৰ-দুৱাৰ হৈছে বুলি শুনিছোঁ। আমাৰ ঘৰ হ'লে খৰালিতে দুদিনমান থাকি আহি-মগৈ। অহা বাৰিষাততো যাবই লাগিব। অহা বাৰিষালৈ আৰু কিজানি ভৰলীয়ে আমাৰ ঘৰ-বাৰীৰ চিন নথব।"

"সঁচাই মিছাই ঘৰ হ'ব। কিন্তু মই কি ভাবিছোঁ জান ? সদায় মেচিনত কাম কৰা মানুহ আমি, খেতি-খলাত মন নবহে। তেজপুৰৰ ওচৰৰে কাঠফলা কল এটাত চাকৰি এটা পাম কিজানি। দুপইচা সৰহকৈ উপাৰ্জন হ'ব। ভালকৈ থাকিবলৈ পাম, নগৰত তয়ো ভাল পাবি। মাজনীয়েও ভাল পাব, তায়ো ভালকৈ পঢ়িবলৈ পাব।"

বাপেকৰ কথা শুনি মাজনীয়ে একে আষাৰতে ক'লে, "আমি হ'লে তাত চিনেমা চাম।"

"যদি কামটো হয়, তালৈকে যাম"—চাহৰ বাটিত মুখ দি, কণ্ঠিয়ে তাৰ পৰিকল্পনাৰ কথা কয়।

তেজপুৰলৈ, কলৰ চাকৰি কৰিবলৈ যোৱাত সোণপাহীয়ে আপত্তি নকৰিলেও কিন্তু কলে,—

"নকটা খেৰৰ নশ এতিয়াই নেলেখিবাচোন। কপালত আকৌ বা কি আছে! দূৰৰ পৰ্বত কিজানি দেখাতেহে শুৱনী।"

"তহঁত মাইকী মানুহবোৰে কেৱল কপালখনহে জান।"

কণ্ঠিৰ কথাৰ ওপৰত বিশেষ কথা নকৈ সোণপাহীয়ে ভাতৰ



দিহাত লাগিল। ৰাতি ভাত খাই উঠি পাটীত পৰাৰ পিছত অত দিনে শুনি অহা কথাবোৰে, সি গ্ৰাণ্টৰ মাটিবপৰা আহোঁতে গাওঁৰ মূৰত সইতীবুঢ়ীয়ে দিয়া নানান ইঙ্গিতে, কণ্ঠিৰ মনটো জুমুৰি দি ধৰিলেহি। তাৰ টোপনি নাহিল। ইকাটি-সিকাটি কৰি থাকোঁতে সোণপাহী কাষলৈ আহি সুধিলেহি—"ইমান ভাগৰত আহিছাঁ, অথচ তোমাৰ টোপনি নাই কিয় ?" পাটীখনৰ সিটো মূৰে সংসাৰৰ জটিল কথাই পৰশিব নোৱৰা মাজনী তেতিয়া টোপনিত লালকাল। সোণপাহীয়ে কণ্ঠিৰ লগত বহুতো কথা পাতিবলৈ চেষ্টা কৰিলে। তাই বুজিবলৈ চেষ্টা কৰিও বুজিব পৰা নাই কণ্ঠিৰ মনটো কিয় ইমান পৰি আহিছে। যিমানেই সোণপাহী ওচৰ চাপি আহে কণ্ঠিয়ে সিমানেই আঁতৰিবলৈ চেষ্টা কৰি এবাৰ সি সুধি পেলালে—"গাওঁৰ বাইহঁতৰ মুখে এইবোৰ কি শুনোঁ সোণপাহী ?"

"কথাবোৰ ময়ো শুনিছোঁ। তুমি বিশ্বাস কৰিছানেকি ? বিশ্বাস কৰিছা কাৰণেই বোধকৰোঁ তোমাৰ মুখত হাঁহি নোহোৱা হৈছে। তোমাৰ লগত আজি সাত-আঠ বছৰ থকাৰ পিছত, মই তোমাৰ অবিশ্বাসী হ'বলৈ থল আছিল বুলি ভবা নাছিলোঁ। ভগৱানে আমাক পো-পোৱালি নিদিলেও ভৰলী মাইয়ে আমাক কৃপা কৰিলে। ভৰলী মাইয়ে দিয়া এই ছোৱালীটিকে লৈ আমি সুখৰে আছোঁ।" মাজনীয়ে দীঘল উশাহ টানি বাগৰ শলাই সোণপাহীৰ বুকুৰ মাজত সোমাই সোণপাহীক সাবটি ধৰিলে। মাজনীয়ে সাৰ পাইছে বুলি সোণপাহীয়ে ঘূৰি চালে।

"বিশ্বাস মই কৰা নাই। কিন্তু কেতিয়াবা এনে লাগে যেন মোৰ বাবে তই সন্তানৰ মুখ নেদেখিলি। সেইবাবেই যেন তই মোৰ পৰা আঁতৰি যাব খুজিছ। বাইহঁতৰ কথাই মোৰ দুৰ্বল মনটো মাজে মাজে বৰ দুৰ্বল কৰি তোলেহি। মোৰ নিজৰ ওপৰতে কেতিয়াবা অবিশ্বাস হয়।"

"সেইবোৰ কথা নকবা। নিজক বিশ্বাস কৰিবলৈ ভগৱানে

মোক শক্তি দিছে। লগনীয়া-ভগনীয়াৰ কথাত তুমি নিজৰ মনটোক কষ্ট দি আমাৰ ঘৰখন ঠান-বান নকৰিবা।” সোণপাহীয়ে নীৰবে চাদৰৰ আগেৰে চকুলো মচিলে।

“ঘৰখন ঠান-বান নকৰোঁ বুলিয়েই শুনা কথাবোৰ মই তোক নিজে পোণপটিয়াকৈ সুধিছোঁ। বাইহঁতে মোক লগাইছে যে তই হেনো হৰিধনৰপৰা টকা আৰু চোলা আনিছ।”

“টকা অনা সঁচা, কিন্তু ধাৰলৈ।”

“ধাৰে পা-পইচা লৈছ, অথচ মোক কোৱা নাছিলি?”

“ধাৰেও লৈছিলোঁ, তোমাক অথচ কোৱাও নাছিলোঁ। তুমি মনত দুখ পাবা বুলি কোৱা নাছিলোঁ। তুমি জেলত থাকোঁতে, ঘৰখন চলিবলৈকে টান হৈছিল। মই নেখালেও, মাজনীক দুখুৰাকৈ, নিপিন্ধোৱাকৈ থাকিব নোৱাৰোঁ, হৰিধনৰপৰা টকা দুকুৰি ধাৰে লৈছিলোঁ আৰু মাজনীৰ কাৰণে চোলা এটাও অনাই দিলোঁ। তাৰো পইচা হৰিধনৰে। ইঘৰ সিঘৰত, ঘৰ-দুৱাৰ মচি, চাউল-পাত লৈ দুই-এটকাকৈ গোটাই তুমি জেলত থাকোঁতেই নগদ অনা টকা আৰু চোলাৰ ধাৰ মাৰিলোঁ। সেইদিনা টকা কেইটা আৰু চোলাটো লওঁতে সইতীবুঢ়ীয়ে দেখিছিল। কথাৰ গুৰিলৈ নগৈ বুঢ়ীয়ে গাওঁত বৌজাল-বৌজাল কৰি দিলে। তোমাৰ কাণতো পেলাইছে।

“তুমি জেলত থাকোঁতে, আমাৰ হোৱা অভাৱৰ কথা তোমাক ক'লে দুখ পোৱা বুলি কোৱা নাছিলোঁ। তাৰ বাবে যদি দোষ হ'ল মোৰ উপায় নাই।”

“তোৰ দোষ হোৱা নাই। বেয়া নেপাবি সোণপাহী, সইতী-বুঢ়ীহঁতৰ কথাই মনটো বৰ দুৰ্বল কৰি পেলাইছিল। ভুল ভাগিছে। এইবোৰ মানুহেই আমাৰ গাওঁ-ভূঁইবোৰ তল-ওপৰ কৰি বহুতো পৰিয়ালৰ সংসাৰত বিহ দিয়ে। সেই কাৰণেই ইয়াৰপৰা গুচি যাবলৈ ওলাইছোঁ সোণপাহী।

“পিতাইৰ দিনৰ ধাৰ, পিতাইৰ মুখৰ ছাই গুচাওঁতেই মাটি-বাৰী



গৈ গৈ ভেটিটোহে আছেগৈ বুলিব লাগে। ভেটিটোও এদিন ভৰলীৰ বুকুত জাহ যাব। 'আমি নগৰত থাকিম বুলি ওলাইছোঁ যেতিয়া ভগা ঘৰটো আৰু বাৰীখন সম্প্ৰতিকে চন্দ্ৰকে চোৱা-চিতা কৰিবলৈ কৈছোঁ, পিছে পৰে যি হয় হ'ব।”

“তুমি মই গুচি গলেই গাওঁ জানো ভাল হ'ব?”

“নতুনকৈ পতা আমাৰ গাওঁত সইতীবুঢ়ী, জাপৰীবাই আৰু সাতোলাৰ দৰে মানুহ বেছি দিননো ক'ত জীয়াই থাকিব আৰু?”

“সঁচা, বেছিদিন জীয়াই নেথাকে। কিন্তু আমাৰ নিচিনা আজিৰ বোৱাৰীৰ ভিতৰৰে কোনো কোনো যদি সইতীবুঢ়ীৰ দৰে হৈ যায় আৰু তোমাৰ নিচিনাই কোনোবা কোনোবা যদি সাতোলা, মহৰী দেদাইৰ দৰে হয়—তেতিয়া জানো গাওঁ ভাল হ'ব?”

“ঠিকেই, তেতিয়া গাওঁ ভাল নহয়। তেনে মানুহ নতুন গাওঁত নোলাবৰ কাৰণে ৰুদ্ৰ, নবেন, সুমলা, সেউতীহঁতে যত্ন কৰিব লাগিব। আমি নোৱাৰিলোঁ, আমি কোনোমতে নামচহী কৰিব পৰা মানুহ। সিহঁত পঢ়া-শুনা জনা মানুহ, নিশ্চয় পাৰিব। মোৰ ধনৰো বল নাই, বিদ্যাৰো বল নাই, মনৰ বলো কমিছে।”

“তোমালোক পুৰুষ মানুহ, তোমালোকৰ মনৰ বল টুটিলে আমি মাইকী মানুহবোৰ কি কৰিম? টকা-পইচা নহলেও মনটো ডাঠকৈ থাকিব লাগিব। নগৰত জানো মনৰ বল নহলে চলিব পাৰি?”

“মই সাৰ পালোঁ বৌ।” মাজনীয়ে সাৰ পাই দেখে ঢিমিক-ঢামাককৈ লেমটো জ্বলি আছে। বাঁহৰ খিৰিকীৰে এচমকা পোহৰ বাহিৰলৈ গৈছে। বাৰীৰ আমজোপাত নিশাচৰ চৰাই এটাই বৈ বৈ মাতিছে—'জী উঠ, পো উঠ'। ঢাপৰ ভীমকলজোপাত পকিবলৈ ধৰা কল এঠোকাত পৰি বাদুলী দুটামানে কাজিয়া কৰিছে।

নগৰৰ কাঠফলা কলৰ কামটো, এদিন কষ্টি নগৰলৈ গৈ তাতে কাম কৰা খাদৈ চুকৰ নন্দিৰামক লৈ পকা কৰি আহিলগৈ। কাম পকা হোৱাৰ পিছত, সি ঘৰলৈ ঘূৰি আহি নগৰলৈ যোৱাৰ দিন-

বাৰ ঠিক কৰিলে। তেজপুৰলৈ যোৱা বাটৰ ভৰলীৰ ঘাটলৈকে তাৰ বয়বস্তু নিবলৈ গাঁৱৰে সমন্ধীয়া চন্দ্ৰই তাৰ গৰু-গাড়ীখনকে উপযাচি দিলে।

কণ্ঠি যোৱাৰ দিনা, তাৰ তাহানিৰ ঘাটৰ লগৰীয়া শুকদেউ, নৰসিংহঁতো আহি গাড়ীৰ ইটো-সিটো বোজাই দি সহায় কৰিলেহি। টোপোলা এটা গাড়ীত তুলিবলৈ আনি শুকদেৱে ক'লে, "দেখ কণ্ঠি, মইভি তোৰ লগতে যাব লাগে। বুঢ়া মা-বাপক খুৱাবলৈ, নিজেভি খাবলৈ ইয়াত ৰোজগাৰ নামিলে। কামানি একদম নাই। তই যা, তোৰ চব্ ঠিক হৈ গলে, যোগালি-তোগালিৰ সুবিধা হ'লে আমাক নাভুলিবি দেই। মইতো তোৰ চঙ্গে অলপ মেকানিকৰ কাম কৰিছিলোঁ।"

"পহিলা তই নিগাজি হ। মই ভি তোৰ তাত যাম। ঘাটৰ নাৱত কাম কৰি হিচ্‌কা হ'ল নহয়, হাল-চাল মাৰিব নোৱাৰোঁ। গাই-বাচুৰ ভি নাই। নচীপ বৰ খাৰাপ। নচীপ ঠিক থাকিলে হেইৰকম কিয় হ'ব? দলং বনোৱা চাহাবৰ গুৰিলৈ গৈছিলোঁ। হি আমাক কামত নলয়।" এই বুলি নৰসিঙে গাড়ীখনৰ মুণ্ডাটো দাঙি গাড়ীৰ বোজাটো উবল হৈছে নে দাব হৈছে চালে।

"মই যদি নিগাজী হ'ব পাৰোঁ তহঁতৰ কথা কিয় চিন্তা নকৰিম? তহঁতক মই কেনেকৈ পাহৰিম?"

গাড়ীৰ সকলো বস্তু বোজাই কৰাৰ পিছত কণ্ঠিয়ে ভিতৰলৈ চাই চল্‌চলীয়া চকুৰে মাতিলে—"সোণপাহী ওলাই নাহ কিয়? মাজনী আহ। এই, সুমলা ইমানকৈ কান্দিছে কিয়? কান্দিব নেপায় বুলি কৈছোঁ নহয়, নেপায়।"

মাজনীৰ বাউসীত সাৰটি ওলাই আহোঁতে সুমলাই কান্দি কান্দি ক'লে, "ককাইদেউ, তোমালোক কিন্তু আকৌ আহিব লাগিব। তুমি নুশুনিলা ককাইদেউ, বাইজৰ লগতে ন মাটিত মাটি ভাঙিলা, ঘৰো সজাৰ দিহা কৰিলা, তথাপিও যাম বুলিলা যেতিয়া ওলালাই।



বাইজক বুজনি নেমানিলা। বোধনদেউ, গায়নবৰা, বৰপিতাইহঁতৰ কথাও নেমানিলা।"

"কাৰো কথা নমনা নহয় সুমলা। বোধনদেউৰ বাইক মই পেলাব নোৱাৰোঁ, জীয়াই থকাৰ উপায় বিচাৰিহে ওলাইছোঁ। তহঁতে ভুল নুবুজিবি।"

"ভুল নুবুজোঁ, তোমালোক কিন্তু মোৰ বিয়াত আহিব লাগিব। মাজনী আহিবা দেই"—বুলি সুমলাই মাজনীৰ গালত চুমা এটা দি ক'লে। সুমলাৰ দোটোপাল চকুপানী মাজনীৰ গালেদি বৈ গ'ল। চোতালৰ তুবৰিবনৰ মাজৰপৰা ফৰিং এটা ধৰি শালিকা চৰাই এজনী চালত বৈ থকা পোৱালি এটাৰ কাষত পৰিলগৈ।

"আহিম পেহী, তোমাৰ বিয়াত আকৌ আমি নাহিম কিয়? পিতাই আহিব, বৌ আহিব, মই আহিম। বিয়াত কিন্তু তুমি মোক ধুনীয়া ফ্ৰক দিব লাগিব!" মাজনীয়ে সুমলাৰ বুকুত মূৰটো সুমুৱাই ক'লে।

"সুমলা, তোৰ বিয়ালৈ এতিয়াও বহুত দিন আছে। ভগৱানে ভালে-কুশলে ৰাখক। আহিম তোৰ বিয়ালৈ।" কণ্ঠিয়ে ক'লে।

যোৱাৰ যো-জা হৈ থাকোঁতেই চামধৰীয়ানী ওলালহি। লাখুটিত ভৰ দি চামধৰীয়ানীয়ে ক'লে, "বোপাই কণ্ঠি, তই ৰাইজক নেওচি ভালেই কৰিছনে বেয়া কৰিছ?"

"ৰাইজক নেওচা নাই আই। ভৰলীৰ পাৰে আমাক নুসুজা হৈছে। ভৰলীৰ মৰম হেৰাই গৈছে আই।"

"জানোঁ, যি ভাল দেখ কৰ। আমিনো কি উপদেশ দিয়াৰ লায়েকৰ!"

খৰকৈ খোজ দি বোধনদেউ আহি পালেহি। দূৰৰপৰাই মাত লগাই ক'লে—"কণ্ঠি, তোৰ ওলোৱা হ'লেইনেকি? যাবৰ সময়ত মাত এষাৰ দিম বুলি দহোবন কাটি কৰি থৈ আহিছোঁ। তই য'তেই থাক, তোৰ হাত দুখনৰপৰাই খাব পাৰিবি। অত বুজনি নেমানিলি

যেতিয়া, যাবৰ সময়ত বিধি-পথালি নিদিওঁ। এই ক'লৈ গ'ল? সোণপাহী! মাজনী ওলাই আহহঁত।" এই বুলি মোনাৰপৰা তিনিপাহ বগা অপৰাজিতা ফুল উলিয়াই তিনিওকো দিলে। কন্থি, সোণপাহী আৰু মাজনীয়ে বোধনদেউৰ ভৰি চুই সেৱা কৰিলে। সোণপাহীৰ দোটোপাল চকুলো বোধনদেউৰ ভৰিৰ পতাত বৈ গ'ল। মাজনী আৰু কন্থিৰ চকু চলচলীয়া হ'ল।

"দেউ, আপোনাৰ আশীৰ্বাদ, আপোনাৰ মৰম এই জীৱনত পাহৰিব নোৱাৰোঁ। ৰাইজক কেনেকৈ পাহৰিম! দায়-দোষ নধৰিব।" কঁপা কঁপা মাতেৰে কন্থিয়ে ক'লে।

আটাইৰে নীৰৱতাৰ মাজত সোণপাহীয়ে পদূলি-মুখৰ মাটি অকণ শিৰত ল'লে। কন্থিয়ে ভৰলীৰ ফালে মুখ কৰি হাতযোৰ কৰি ক'লে—"আই ভৰলী, আমি তোমাৰ পেটৰ পোৱালি, আমাৰ যদি কিবা দায়-দোষ হৈছে মৰিষণ কৰিবা।"

কন্থি, মাজনী আৰু সোণপাহী গাড়ীত উঠিল। চন্দ্ৰই গাড়ীত গৰু জুটিলে। গৰুৰ ডিঙিৰ টিলিঙাৰ শব্দই নীৰৱতা ভঙ্গ কৰিলে। গাড়ী, সমুখৰ ৰাস্তাটোৰ মেচটো ঘূৰিবালৈকে, বোধনদেউ, সুমলা আৰু চামধৰীয়ানীয়ে চাই থাকিল। নৰসিং আৰু শুকদেউ ঘাটলৈ বুলি একেখন চাইকলতে উঠিল। দূৰণিত, ভৰলীৰ এৰাসুঁতি এটাত পুৱাৰ উঠি অহা ব'দজাক পৰি পানীখিনি চিক্‌মিকাই তুলিলে। গঙ্গাচিলনী চৰাই এটাই, আকাশৰ কেনিবাদি মাতিলে—'খেত্‌ খেত্‌ খেত্‌ খেতিটো হক, খেতিটো হক, খেত্‌ খেত'।

## বিশ

চহৰৰ নতুন পৰিবেশত কন্থিয়ে কাঠফলা কলত আজৰি নোহোৱাকৈ দিনটো কাম কৰে। কেতিয়াবা কেতিয়াবা ৰাতিও 'অভাৰ-টাইম' কৰিব লাগে। 'অভাৰ-টাইম'ত পইচা থাকিলেও গাৱ খাটনি আছে। কেতিয়াবা কেতিয়াবা সি মালিকৰ বালিপাৰাৰ ফালে থকা কাঠফলা কললৈও যাব লাগে। তথাপিও সি কাম কৰে। গাওঁ এৰি আহিছে যেতিয়া সি নিজকে প্ৰতিষ্ঠা নকৰিলে হ'ব জানোঁ? তাৰ মাজনী পঢ়ি-শুনি ভাল ছোৱালী হ'ব লাগিব। সোণপাহীয়ে সুখে-সন্তোষেৰে দিন পাৰ কৰাটো তাৰ ওপৰতে নিৰ্ভৰ কৰিছে। পাৰিলে গাৱঁৰ ৰাইজলৈও ভাওনাই-সবাহে, মেল-মিটিঙে দুই চাৰি টকা বৰঙণিও দিব লাগে।

নগৰত বছৰ বাগৰে। সোণপাহীয়ে উপলব্ধি কৰে তাই ভবাৰ দৰে নগৰখন নহয়। সকলো যেন নিজক লৈয়েই ব্যস্ত। ওচৰ-চুবুৰীয়া মানুহৰ খা-খবৰ লবলৈ কাৰো আজৰি নাই। ঘূৰিবলৈ নটা সৰু ভাড়াঘৰত সিহঁতৰ জীৱন অতিবাহিত হৈছে। ভৰলী-পাৰৰ বহল চাপৰিৰ কাষত কলহ লৈ ভৰলীৰপৰা পানী আনিবলৈ যোৱা জাকে জাকে গাভৰু, দূৰণিয়েদি ম'হৰ পিঠিত উঠি গৰখীয়াই বজাই যোৱা পেঁপাৰ মাতটি, আলিৰ দাঁতিত গৰু-খিচ বিচৰা ল'ৰা-ছোৱালীবিলাক ইয়াত যেন তাইৰ তেনেই অচিনাকি হৈ আহিছে। লুংলুঙীয়া বাটেদি গৈ ভৰলীৰপৰা পানী-অনা বাটটো সোণপাহীৰ মনত থাকিলেও চকুৰ আগত তাৰ ঠাইত থিয় দিয়েহি বহুত বাল্টি কলহ একেলগে গোট খুৱাই অনেক ধৰণৰ মানুহ বৈ থকা, চিৰ-চিৰকৈ পানী ওলোৱা পানী-কল এটা। পানীৰ কাৰণে কিমান পৰযে মানুহবিলাক কলৰ পাৰত ৰ'ব লাগে!

এদিন কণ্ঠিৰ লগত সোণপাহী বজাৰলৈ গৈ দেখি আচৰিত হ'ল যে তাই এৰি অহা গাৱঁত নোপোচা ঢেঁকীয়া, ঔটেঙা বজাৰত বিক্ৰী হৈছে। তাইৰ মনত পৰিছিল সিহঁতৰ গাৱঁৰ মূৰত লোমালোমে লাগি থকা ঔটেঙা জোপালৈ। কোনে যিমান পাৰি নিয়ে, তাৰেইবা খবৰ ৰাখে কোনে?

সোণপাহীয়ে মন কৰে যে ওচৰৰে মৰিশালিখনৰ লেতেৰা খালৰ দাঁতিত ক'ৰবাৰ ল'ৰা-ছোৱালী এজাকে পিত্‌পিতাই ঢেঁকীয়াশাক বিচাৰি ফুৰে। তাই মনতে সিদ্ধান্ত কৰি পেলায়—বজাৰত ল'ৰা-ছোৱালীয়ে উলিওৱা ঢেকীয়াশাকবিলাক এনেবিলাক ঠাইৰে! ঔটেঙা বা কেনেকুৱা ঠাইত সৰা? গতিকে চহৰৰ বজাৰত ওলোৱা ঔটেঙা, ঢেকীয়া, খাবলৈ মন গলেও তাইৰ কিনি খাবলৈ মনত শঙ্কা লাগে।

গধূলি ঘৰে ঘৰে ঢেকীৰ মাত, গাৱঁৰ কাষেৰে গৰুবাটেদি যোৱা গধূলি-পুৱা ম'হৰ ডিঙিৰ টিলিঙাৰ শব্দ সোণপাহীৰ কাণত অগোচৰ হোৱা বহুতদিনেই হ'লহি। "অ, সোণপাহী, ভালে আছ, কণ্ঠি ঘাটলৈ গ'লনেকি?" ইত্যাদি মৰমসনা মাতেৰে ঘাটৰপৰা চিঞৰৰ ধৰা বোধনদেউৰ মাতো কিবা সাধু যেন লগা হ'ল। স্মৃতিত আছে কিন্তু কাণত নপৰশে। গাৱঁত থাকোঁতে সোণপাহীয়ে যেনেকৈ মানুহৰ মুখত প্ৰায়েই একে মাত-কথাই শুনিবলৈ পাইছিল ইয়াত কিন্তু তেনে নহয়। বিভিন্ন মানুহৰ মুখত বিভিন্ন মাত শুনি, বিভিন্ন ধৰণ-কাৰণ দেখি তাইৰ নিজকে বেছি আচহুৱা আচহুৱা লাগে।

এদিন সোণপাহীয়ে দেখিলে কণ্ঠিয়ে কামকৰা কাঠফলা কলৰ ঘৰ এটা বেৰা দিবলৈ কেইটামান মানুহ আহিছিল—হাতত, মূৰ বেঁকোৱা দা, পিন্ধনত কলপতীয়া, নীলা লুঙী, মুখৰ মাত-কথা ভালকৈ বুজিব নোৱাৰা। সোণপাহীয়ে শুনিছিল এনেকুৱা মানুহ কিছুমানে ধানকটা দিনত মুঢ়াতলী মৌজাৰ মৌজাদাৰৰ আগফালৰ বাৰীত, বহা কৰি থাকি ধান দায়। ধান দাওঁতে সিহঁতৰ কাচি বোলে মনিবই নোৱাৰি।



নিয়ঁৰ সবাৰ আগতেই পথাৰ ওলাইগৈয়ে বোলে। সিহঁতৰ গাৱঁত সোণপাহীয়ে এনে মানুহ দেখা নাছিল।

সোণপাহীহঁতৰ নিজৰ গাৱঁত কাৰোবাৰ ঘৰৰ কামেই হওক বা ৰাজহুৱা কামেই হওক কণ্ঠিহঁতৰ নিচিনা গাৱঁৰ মানুহেই কৰে। সোণপাহীয়ে দেখা এই মানুহবোৰ কোনোবা বেলেগ দেশৰ বোলে। সিহঁতে হেনো কাম বিচাৰি, মাটি বিচাৰি ৰেলে-মটৰে বা খোজকাঢ়ি আহিয়েই আছে। কিছুমান বহিছে চাপৰি দখল কৰি, কিছুমান চহৰৰ আশে-পাশে খালি মাটি চাই চাই জুপুৰীঘৰ সাজি বহিছে। এইবোৰ মাটি লওঁতে বোলে সিহঁতক আমাৰে বহুত মূৰদঙা মানুহে সহায় কৰিছে বুলি সোণপাহীয়ে কোনোবা কোনোবাই কোৱা শুনিছে।

নগৰলৈ অহাৰপৰা ৰেল আলিৰ আশে-পাশে থকা জুপুৰীঘৰৰ পৰা ওলাই বহুত মানুহ ইফালে-সিফালে যোৱা সোণপাহীয়ে দেখিছে। এইবোৰো বোলে তাৰেই মানুহ। এওঁলোকৰ হাতত বেঁকা দা নাই। ব্যৱসায়ৰ সৰু সৰু টোপোলা। এদিন এনে এজন মানুহেই চাইকলৰ-পৰা নামি সোণপাহীৰ ঘৰৰ আগত আহি মুড়ি লাগিবনেকি বুলি সুধিছিল। সোণপাহীহঁতে গাৱঁৰ ঘৰত মুড়ি নিজে ফুটাইছিল, চিৰা নিজে খুন্দিছিল। এতিয়া নগৰলৈ আহিল বুলিয়েইনো যেয়ে-সেয়ে কৰা মুড়ি-চিৰা কিনি খাবনে? সোণপাহীৰ মনত আউল লাগে।

সোণপাহীয়ে নীলা, কলপতীয়া ৰঙৰ মোটা শাৰী-পিন্ধা মাইকী মানুহো কিছুমান দেখিছে। সিহঁতে কাৰোবাৰ ঘৰত বাহিৰা কাম কৰে। এনেদৰে কাম কৰি ফুৰা এজনী মানুহক এদিন সোণপাহীয়ে মাতি আনি সুধিলে,—"তুমি ক'ৰ মানুহ?"

"আমি অখন ইখানের মানুষ।"

"ইয়াৰ মানুহ?"

"হ্যাঁ, ইখানের মানুষ। মৈমনসিঙে আমরার কেউ নেই। পোলা-পুলি নিয়্যা চল্যা আস্‌ছি। আমাদের ইখানে ভুটর কাগজে নাম

লেখা আছে। মৈমনসিঙে আমরার মাটি নেই, কাম নেই, গরীব মানুষ, চলব কি করে? এইখানো অনেক মাটি পাইছু, কামও পাইছু।"

এদিন, তিনিজনীমান কলপতীয়া শাৰীপিন্ধা আধা-বয়সীয়া এই ধৰণৰ মানুহ আহি আগচোতালত মুৰৰপৰা সৰু পাচি এটা নমাই, পাচিৰপৰা পুতলাৰ এন্দুৰ-পোৱালি কেইটামান উলিয়াই মাজনী আৰু অন্যান্য ওচৰ-পাজৰৰ ল'ৰা-ছোৱালীক যাদু দেখুৱালে,—'আরে ইন্দুর বৈসে থাক।' হাত এটা এজনীয়ে এন্দুৰৰ ওপৰত বুলাই বুলাই ক'লে—'ইন্দুর মাটিৰ নীচে ঢুকছে'। চাৰিটা পুতলা এন্দুৰৰ নিমিষতে এটাও নোহোৱা হ'ল—হাততো নাই, পাচিতো নাই, বহি থকাৰপৰা যাদু দেখুৱাজনীয়ে কোঁচো দেখুৱালে, কোঁচতো নাই। যাদু দেখুউৱা মানুহৰ গা খানাতালাচ কৰিবলৈ মাজনীহঁতৰ সাহ নহ'ল।

আকৌ এদিন কেইজনীমান এনে ধৰণৰেই বুঢ়ী মানুহ আহিল। সিহঁতে হেনো বাত-বিষ ভাল কৰিব পাৰে। সিহঁতৰ মতে বাত-বিষ হোৱা ঠাইত ককিলাদাঁৰ মাৰি মৰাতেজ উলিয়াই সিহঁতে দিয়া তেল এটা এমাহ মালিচ কৰিলেই যিমানেই পুৰণি বাত-বিষ নহওক লাগে ভাল বোলে হ'বই হ'ব। সোণপাহীৰ ঘৰত বাত-বিষৰ মানুহ নেপাই, মানুহ কেইজনী নিৰাশ হৈ কলত কাম কৰা বনুৱা কেইটামানৰ ঘৰৰ ফাললৈ গুছি গ'ল।

এই মানুহবোৰ দেখি, এই কথাবোৰ শুনি সোণপাহী আচৰিত হয়। নগৰৰ বিজতৰীয়া কথাবোৰে তাইৰ মনটো গাৱঁৰ ঘৰলৈ ওভোতাই নিয়ে।

মাজনীয়েও লাহে লাহে সকলো কথা বুজিব পৰা হৈছে। তাই ভাবে, তাইৰ দৰে গাৱঁত যোৱাদি তাইৰ সমান সকলো ল'ৰা-ছোৱালী তাই পঢ়া স্কুলখনলৈ কিয় নেযায়! তাইৰ চকুৰ আগেদি, একে ধৰণৰ সাজ-পাৰ পিন্ধি, জোতা-মোজাৰে ফিট-ফাট হৈ এখন বাছত



উঠি তাইৰ দৰে কিছুমান লৰা-ছোৱালী ক'ৰবাত পঢ়িবলৈ গুছি যায়। সেই বাছত তাই দেখিলে তাইৰ বাপেকে কামকৰা কলৰ মালিকৰ ল'ৰা-ছোৱালী দুটাও যায়। সেইখন স্কুল বেছি দূৰত নহয়। এদিন তাই নিচেই ওচৰৰপৰা স্কুলখন দেখি আচৰিত হ'ল। ঘৰৰ ওপৰতে আকৌ ঘৰ। চাৰিওপিনে জবাফুলবোৰ শাৰী-শাৰীকৈ বোৱা। বোধনদেউৰ ঘৰত, দোজোপা টিকনি-লগা জবাফুল লেং-লেঙকৈ ওখ হৈ যোৱা তাই দেখিছে। দিকৰাই আৰু তিপ্লোঙা বাগিচাৰ চাহাবৰ লগত দীঘল ফ্ৰক পিন্ধি মটৰত অহা, ভৰলীঘাটত দেখা মেম কেইজনীৰ দৰে কেইজনীমান মেমো দেখিছে। দিকৰাইৰ চাহাবৰ দৰে বঙা, বগা হলো চোলা পিন্ধা দুজনমান আদহীয়া চাহাবো দেখিলে। মেম কিজনীয়ে, চাহাব কেইটাই, আনকি ল'ৰা-ছোৱালীবিলাকেও দিকৰাইৰ চাহাবে মেমৰ লগত কথা-পতাৰ দৰে তাই নুবুজা ভাষাৰে কথা পাতিছে। ডাঙৰ ঘৰটোৰ সমুখত, ধুনীয়া ধুনীয়া ফুলবোৰৰ মাজত, সিহঁতৰ পাটীগণিতত থকাৰ দৰে এডাল ডাঙৰ যোগ-চিনো বিলাতী মাটিৰে কৰাই থৈছে। তেনেকুৱা সৰু যোগ-চিন একোডাল মাজনীয়ে চাহাব কেইজন আৰু মেম কিজনীৰ ডিঙিতো দেখিলে।

সিহঁতৰ বয়সৰে পঢ়া ল'ৰা-ছোৱালীৰ এনেকুৱা স্কুল দেখি তাইৰ কিবা যাদু যেন লাগিল। তাই, গাৱঁৰ যিখন স্কুলত পঢ়িছিল, সেইখন স্কুলত দেখোন দুৱাৰ বন্ধ থাকিলেও বেৰেদিয়েই ওলাই আহিব পাৰি। বৰষুণ হলে পানী গাতে পৰে। ডাঙৰ বৰষুণত ফিল্ডৰ পানী আহি ঘৰৰ ভিতৰত সোমায়। সিহঁতক পঢ়োৱা চাৰ আৰু বাইদেউ প্ৰায়েই দেৰিকৈ আহে। চাৰ বাইদেউ নহালৈকে সিহঁতে লুকা-ভাকু খেলে। আমলখী গছৰ তললৈ গৈ আমলখী খায়। বাইদেৱে প্ৰায়েই নেওঁতা মতায়। নেওঁতা মাতিবলৈ দি বাইদেৱে কেতিয়াবা জাবকালি ৰ'দত বহি উল গোঁঠে। অঙ্ক নোৱাৰিলে ছাৰে কেৰোৱা চেপা দি বেলিমুৱাকৈ আঠুকঢ়াই থয়।

প্ৰায়বিলাক ল'ৰা-ছোৱালীয়ে চোলাৰ হাতেৰে বা ফ্ৰকৰেই নাকৰ শেঙুন মচে। তাই ভাবে, চাফ্-চিকণকৈ পিন্ধি অহা এই ল'ৰা-ছোৱালীবিলাকৰ শেঙুন নোলাই নেকি ?

নগৰত সিহঁতে পঢ়া স্কুলখনো গাওঁৰ খনতকৈ অলপহে ভাল। বেঞ্চ, ডেস্ক সবহকৈ আছে। বেৰবোৰ ভগা নহয়; কিন্তু ল'ৰা-ছোৱালীবোৰ তাই দেখা, চাহাবে পঢ়োৱা স্কুলবদৰে ফিট্‌ফাট নহয়। ইয়াতো, জাৰকালি, মাজে মাজে বাইদেৱে নেওঁতা মাতিবলৈ দি উল গোঁঠে। গাওঁৰ স্কুলবদৰে ইয়াতো শাস্তি দিয়ে। তাই শুনিছে, নগৰৰ একেবাৰেই মাজত হেনো সিহঁতৰ নিচিনা ল'ৰা-ছোৱালীয়ে পঢ়া ভাল স্কুল আছে; সেই বুলি তাই অলপতে দেখা মেম থকা স্কুলৰদৰে নহয়।

মাজনীৰ সৰু মনটোৱে স্কুলৰ ইমান পাৰ্থক্যৰ গুৰি ক'ত ধৰিব নোৱাৰে। এদিন তাই মাক-বাপেক দুয়ো বহি থাকোঁতে সুধিছিল,—"পিতাই, তোমালোকৰ মালিকৰ ল'ৰা-ছোৱালী সুবজিৎ আৰু সুপ্ৰিয়াই ইমান ধুনীয়া স্কুলত পঢ়ে। তাত আমাৰ দিকৰাইৰ চাহাব-মেমৰদৰে চাহাব-মেমেহে পঢ়ায়। চৰ্ ল'ৰা-ছোৱালীৰ সাজ-পাৰ একে ছাফা। আমাৰ খন স্কুল দেখোন তেনেকুৱা নহয়। মোক তাত নপঢ়োৱা কিয় ?"

কণ্ঠি আৰু সোণপাহীয়ে মাজনীৰ কথাৰ একো বিশেষ উত্তৰ দিব নোৱাৰে। তথাপিও কণ্ঠিয়ে মাজনীক কৈ থয়—"সেইবোৰ স্কুলত পঢ়াবলৈ আমাৰ নিচিনা মানুহৰ ভাগ্যত নাই। তাত পঢ়িবলৈ বহুত টকা-পইচা লাগে। টকা-পইচা থকা ডাঙৰ মানুহৰ ল'ৰা-ছোৱালীয়েহে তাত পঢ়ে। আমাৰ নিচিনা মানুহৰ ল'ৰা-ছোৱালীৰ কাৰণে তই পঢ়াখনৰ নিচিনাই স্কুল।"

মাজনীয়ে বাপেকৰ কথাত সন্তুষ্ট নহৈ সমিধান দিয়াদি দিলে, "আমাৰ স্কুলঘৰবোৰ তেনেকৈ সাজি নিদিয়ে কিয় ? পইচা খৰচ নকৰাকৈ তেনেকুৱা স্কুলত আমাকো পঢ়িবলৈ দিলেই হয় দেখোন।"



কণ্ঠিয়ে মাজনীৰ কথাৰ উত্তৰ বিচাৰি ভাবে,—'চাহাবৰ স্কুল-বোৰৰদৰে যদি এই স্কুলবোৰো ভাল হৈ গ'লহেঁতেন, তেনেহলে আমাৰ গাওঁ-ভূঁইৰ ল'ৰা-ছোৱালীবোৰৰ বহুতেই হাতত ঢাৰি-কঠ লৈ স্কুললৈ গৈ মাটিত লেপেতা কাঢ়ি পঢ়িব নেলাগিলহেঁতেন।' সি ভাবি নেপায়, কিয় দেশত নিজৰ মানুহেই চৰকাৰ চলোৱাতো এতিয়াও ভিতৰৰ গাওঁৰ বহুত স্কুলত ঢাৰি-কঠৰ ব্যৱস্থা আছে ? কিয় য'ত বেঞ্চ ডেস্ক আছে তাৰো বেছিভাগ ভগা-ছিগা, ল'ৰা-ছোৱালীৰ সংখ্যা অনুপাতে বহিবলৈ নাটে ? ইয়াৰ কাৰণে, তিপ্লোঙা মাটি পাবলৈ কৰাৰদৰে কিবা সত্যাগ্ৰহ কৰিব লাগিবনেকি ? তাহানি পাচিগাওঁৰ কাকতিছাৰে এনেকুৱা স্কুল এখনৰ অভিভাৱকৰ বছৰে-কীয়া সভাত দিয়া বক্তৃতাটোৰ অলপমান তাৰ মনত পৰিল,—'স্বাধীনতাৰ এযুগ পাৰ হৈ যোৱাতো স্কুলৰ অৱস্থা বৰষুণত ঘৰৰ ভিতৰত বহিব নোৱৰা, এতিয়াও ল'ৰা-ছোৱালীয়ে ঢাৰি-কঠ লৈ স্কুলত বহিব লগা অৱস্থা বহুততে আছে। স্কুলঘৰৰ চুকত দ'ম দ'ম কেচুমটা। এনেকুৱা পৰিবেশত আমি স্বাধীন ভাৰতত ল'ৰা-ছোৱালী পঢ়াব লাগে। ৰাইজে পাতি দিয়া চৰকাৰটোৱে যদি এইবোৰ কাম নকৰে তেনেহলে কোনে কৰিব ? পৰাধীন অৱস্থাত বিদেশী চৰকাৰক দোষ দিছিলোঁ—এতিয়া কাক দোষ দিম ? লঙ্কালৈ গৈ সকলো ৰাৱণেই হৈছেনেকি ? ইয়াৰ কাৰণে আমি বহি থাকিলে নহ'ব, মাটিৰ আন্দোলনৰদৰে শিক্ষাৰ উন্নতিৰ কাৰণে আন্দোলন কৰিব লাগিব।'

কণ্ঠিয়ে ভাবে,—'সিহঁতে তাহানি আন্দোলন কৰি জেললৈ গৈছিল কাৰণে পানীয়ে ভঙা ৰাইজৰ কাৰণে মাটি পাইছিল। এতিয়াও সেই একে কথাই যেন পাইছোঁ। আন্দোলনেহে চৰকাৰৰ গা লৰায়। আন্দোলনতো গাওঁৰ মানুহেহে কৰে। সিটো গাওঁৰপৰা গুছি আহিছে নগৰলৈ। তাৰ সেইফালৰ গাওঁৰ বোধনদেউ, পণ্ডিত, বগাই ৰবাৰি-দৰে সমাজত মূৰদঙা মানুহবোৰৰ বয়স হ'ল—বল শক্তি টুটি

আহিছে। আমাতকৈ সৰু, ৰুদ্ৰহঁতে বাৰু এইবোৰবো কথা ভাবিছে নে? সি নিজে জানেঁ। এতিয়া গাৱঁলৈ উভতি যাব পাৰিব? গাৱঁতো তাৰ ৰোজগাৰ নাই। তাৰ মানুহজনীক লৈ গাৱঁৰ কিছুমান মানুহে মিছাই বদনাম গালে। গাৱঁতো তাক নেওচা নাছিল, সিহে গাৱঁক নেওচি আহিছে।'

যিমানেই দিন পুৰণি হৈ আহিছে সিমানেই সি মন কৰিছে যে তাৰ কলৰ মালিকৰ দেখুৱাই থকা কাঠফলা কলকিটাৰ বাহিৰেও গোপন কাৰবাৰ আছে। কাঠৰ কাৰবাৰতো গোপন কথা। ৰাতি লৰীয়ে লৰীয়ে কাঠ আহে। সেইবোৰ হেনো ভুৱা নম্বৰ দি ৰয়েলটি নিদিয়াকৈ অনা কাঠ। ৰাতি কেতিয়াবা জীপ আহে, জীপৰপৰা কোনোবা ডাঙৰ কৰ্মচাৰী নমা যেন লাগে। গোপনে কণ্ঠিহঁতৰ মালিকৰ অফিচ ঘৰৰ ভিতৰৰ কোঠাত আলোচনা চলে। খানা খায়, বহুত ৰাতি গুছি যায়।

সি তাৰ লগৰ, বহুত দিন কাম কৰা মেকানিকটোৰপৰা গম পায় যে তাৰ মালিকৰ কাঠৰ গোপন কাৰবাৰটো আছেই, তাৰোপৰি গঁড়ৰ খড়্গ আৰু হাতীদাঁতৰ গোপন কাৰবাৰো আছে। অসমৰ বাহিৰৰ কলিকতা, বোম্বাই আদি ডাঙৰ ডাঙৰ ঠাইৰপৰা ফৰমাছ আহে। ফৰমাছ আহে মানে অচিনাকি মানুহ আহে। থেকেৰা ফুল ৰাতিয়েই ফুলি ৰাতিতেই নোহোৱা হোৱাৰদৰে অচিনাকি মানুহ কেতিয়াবা কেতিয়াবা ৰাতিতেই আহে আৰু ৰাতিতেই নোহোৱা হয়। ইঠাইৰপৰা সি ঠাইলৈ, গোপন বস্তু, ইজনৰপৰা সিজনৰ হাতেদি গৈ সময়ত নিৰ্ধাৰিত লোকৰ গুৰি পায়গৈ। এই কাৰ্যত, বনবিভাগৰ কোনোবা বিষয়াও আছে বুলি মানুহে সন্দেহ কৰাৰ কথা সি শুনিছে। এই খড়্গ ব্যৱসায় হেনো লাখ টকাৰ ব্যৱসায়। গোপনভাবে এই ব্যৱসায়ত জড়িত হোৱা লোকসকলে সময়মতে নিজৰ অংশ পায়। কেতিয়াবা বহুত নোটৰ ঠাক ৰাতি তাৰ মালিকে লোহাৰ চন্দুকত সুমুওৱা দেখি তাৰ মূৰ ঘূৰাই যায়। বহুতো টকা ৰাতি বনবিভাগৰ



কোনোবা বিষয়া আহোঁতে তাৰ মালিকে দিয়া সি দেখিছে, অথচ কল কেইটাৰ বনুৱা খিনিয়ে কেইটামান টকা বেছিকৈ বিচাৰোঁতে তাৰ মালিক মান্তি হোৱা নাছিল। মালিকৰ আটাই কেইটা কলতে বনুৱাৰ ধৰ্মঘট হৈছিল। ধৰ্মঘট আৰম্ভ হোৱাৰ দুদিনমানৰ পিছতে অস্থায়ীকৈ কাম কৰা দুটামান মানুহকতো ভাৰাটীয়া গুণ্ডা লগাই মাৰপিট কৰাই কামৰপৰা খেদাই দিলে।

ধৰ্মঘটৰ ভিতৰতে কণ্ঠিক এদিন কলৰ মালিকে মাতি নি কৈছিল—"তই কামত সোমোৱা বেছিদিন হোৱা নাই। এই দুষ্ট মানুহবোৰৰ লগত ধৰ্মঘট কৰি থাকিলে তোৰ কাম যাব। তই সিহঁতৰ লগ নেলাগিলে বকচিচ্ পাবি। দৰ্মহা বঢ়াই দিম।"

"মোক বকচিচ্ নেলাগে ছাৰ। উচিত পাবৰ কাৰণে বনুৱাই ধৰ্মঘট কৰিছে, গতিকে মই একেই কাম কৰা মানুহ হৈ তেওঁলোকৰ লগৰপৰা আঁতৰি তেওঁলোকক যদি বিশ্বাসঘাটকতা কৰোঁ, মোৰ পাপ হ'ব ছাৰ।"

"গাৱঁৰপৰা অহা মানুহৰ মুখত ইমান ডাঙৰ কথা! বুজিছোঁ তোক আমাৰ ইয়ালৈ ঘনাই আহি বনুৱাবিলাকক লগ ধৰি থকা সেই ছছিয়েলিষ্ট নেতা বৰাই পালে। তাৰ কাম নাই, বন নাই, কেৱল কাৰখানাই কাৰখানাই ঘূৰি বনুৱাবিলাকক উচতাই ফুৰে।"

"নিজৰ পাবলগা পাবলৈ উচতাব নেলাগে ছাৰ। দিনটো হাড়ক মাটি তেজক পানী কৰি আপোনাৰ কলৰ মানুহে আপোনাক কিমান সুখত ৰাখিছে ছাৰ! তাৰ বিনিময়ত, তেওঁলোকক দু'বেলা-দুমুঠি খাবলৈ জোৰাকৈ দিলে কি ক্ষতি হয় ছাৰ? তেওঁলোকে দুপইচা বেছিকৈ বিচৰাটো অন্যায় নহয় ছাৰ।"

"চুপ! ন্যায়, অন্যায়, ক্ষতি, এইবোৰ কথা মই তোৰ মুখত শুনিব খোজা নাই। তই মোৰ তলত কাম কৰিছ, দৰ্মহা দিছোঁ, বচ্! মোৰ লগত তই ন্যায়-অন্যায়ৰ কথা পতা দৰকাৰ নাই। কাম কৰাৰ মতলব যদি নাই, কেৱল যদি বদমাচি কৰাৰহে মতলব, তেনেহলে

কাম এৰি গুচি যা। তই যদি আজি যাৱ, কাইলৈ তোৰ দৰে দহটা মানুহ পাম।"

"যাম ছাৰ, মই গুচি গ'লে মানুহো আহিব সঁচা, কিন্তু মই গ'লেই সমস্যা শেষ হৈ নেযায়। অন্যায় য'ত থাকিব, প্ৰতিবাদো তাতেই থাকিব। এই প্ৰতিবাদ, মোক বা আপোনাৰ কলৰ মানুহ কেইটাক পঠাই দিলেই শেষ কিজানি নহ'ব ছাৰ।" কন্থিয়ে, বৰা, কাকতি আদিৰ লগত তাহানি ফুৰি পোৱা পাৰ্টিৰ অভিজ্ঞতাৰে কথা কেইষাৰ কৈছিল।

কন্থিৰ লগত আৰু তৰ্ক নকৰি মালিক গুচি গৈছিল ক্ৰোধমূৰ্তি ধৰি।

কন্থিয়ে গোটেই কথাবোৰ এফালৰপৰা ভাবিবলৈ ধৰিলে,—আমাৰ মাজতে ডাঙৰ-দীঘল হোৱা এই মাৰোৱাৰী ব্যবসায়ীজন বাৰু ইমান নিৰ্দয় কিয়? ইমান দুৰ্নীতিত চলে কিয়? তিপ্লোঙাৰ চাহাবে মাটি নিদিছিল—সিও সুকীয়া কথা। চাহাবতো বিদেশী চাহাব। সিহঁতে, আমাৰ দেশখন চুচিবলৈহে আহিছিল বুলি কন্দ্ৰহঁতে কোৱা সি শুনিছিল। ক'তা, এওঁলোকতো দেশী, ইয়াতেই ডাঙৰ-দীঘল হৈছে, তথাপিও এওঁলোকে আমাক চোচে কিয়? মবাক মাৰি খোৱাত দেশী-বিদেশীৰ একো প্ৰভেদ নাইনেকি? সি মনতে ভাবে,—সাপ সাপেই, সৰু-ডাঙৰ সকলো সাপেৰে বিষ থাকে। কোনোবা সাপৰ বিষ অলপ কম আৰু কোনোবা সাপৰ বিষ অলপ বেছি। বিষ থকা সাপ হলে সি ডাঙৰ হাবিতেই থাকক বা সৰু হাবিতেই থাকক, তাৰ বিষ একেই।

তেনেহলে মালিকৰ নিচিনা মানুহবোৰো এবিধ বিষাক্ত সাপনেকি! এই সাপবোৰক বহুত বেজে মন্ত্ৰৰে গাঁতৰপৰা উলিয়াই আনি বিষ-দাঁত উভালিব নোৱাৰিব জানোঁ? সি নিৰাশ নহয়। সি মনতে আশা কৰে যে বেজবোৰ মন্ত্ৰমৰা কড়ি লৈ এদিন নিশ্চয় ওলাই আহিব, সি কাম কৰা ক'লটোৰ দৰে কলকাৰখানাৰ হেজাৰ-বিজাৰ



বনুৱাৰ মাজত, শাওণৰ চোকা ৰ'দ পিঠিত পেলাই পথাৰত কামকৰা গাৱঁৰ মানুহবিলাকৰ মাজতেই মন্ত্ৰ জনা বেজ নিশ্চয় ওলাব। সিহঁতে ইচ্ছা কৰিলে বিষাক্ত সাপক বশ কৰিব পাৰে। এনেদৰে ভাবি থাকোঁতেই কন্থিৰ বাষ্টালৈ চকু পৰিল। গেৰুৱা সাজ পিন্ধা কেইটামান সাপ-নচুৱা যোগীয়ে একেলগে পেঁপা বজাই কান্ধত ওলোমাই লোৱা দীঘল কাপোৰৰ টোপোলাৰ মাজত সাপৰ পাচি লৈ সাপ নচুৱাবলৈ গৈছে।

কাঠফলা কলৰ ধৰ্মঘটৰ মাজতে এদিন কন্থিয়ে শুনিলে যে কলৰ বনুৱা অনুষ্ঠানৰ সভাপতিজনক কোনোবা গুণ্ডাই ৰাতি বাটত উঠিব নোৱৰাকৈ মাৰ-ধৰ কৰিলে। কন্থিকো এদিন এটা অচিনাকি গুণ্ডাই বাটত চুৰী দেখুৱাই কৈছিল—"এক হপ্তাহকা অন্দৰ কাম নাহি কৰনেসে, তোমকো খটম্ কৰ দেগা।" অকল কন্থিকে নহয়, এনে-দৰে কলৰ প্ৰায় কৰ্মীকে ভয় খুৱাইছিল।

কন্থিৰ এই পৰিবেশত কলত কাম কৰিবৰ সমূলি ইচ্ছা নোহোৱা হ'ল। সি ভাবিলে—সি কাম এৰিব, কিন্তু বনুৱাৰ ন্যায্য দাবীৰ আন্দোলন জয় হোৱাৰ পিছতহে।

কোনোবা এজন দুজনক মাৰ-ধৰ কৰিলেও গোটেই বনুৱাবিলাকক খটম্ কৰোঁতা কোনো নোলাল। কলত আৱন্তনিৰপৰা কাম কৰা অসমৰ বাহিৰৰ বুঢ়া কেৰাণীজনেও মালিকৰ ইঙ্গিতত কৰ্মচাৰী আৰু বনুৱাখিনিক ভাগ ভাগ কৰিবলৈ টকা-পইচাৰ প্ৰলোভন দেখুৱাই চালে। কেৰাণীয়ে কন্থিৰো মনটো টুকুৰিয়াই চাইছিল। কন্থিৰ ধমকি খাই বুঢ়া কেৰাণী তিতামেকুৰীৰ দৰে নিজৰ চকীত কুচি-মুচিকৈ মনে মনে বহি থাকিল। কলৰ মালিক এদিন বাধ্য হৈছিল বনুৱা-সকলৰ, কৰ্মচাৰীসকলৰ দাবী মানি ল'বলৈ। কৰ্মচাৰী, বনুৱা সকলোৱে জাতি, ধৰ্ম, ভাষাৰ ভেদাভেদ পাহৰি দৃঢ় সংগঠনৰ মাজেদি একেলগে থিয় দিয়াৰ কাৰণে মালিকৰ পৰাজয় হৈছিল।

## একৈশ

চহৰৰ জীৱনে কণ্ঠিক আমুৱালে। অকল কণ্ঠিকে কেৱল নহয়, মাজনী আৰু সোণপাহীকো আমুৱালে। চহৰৰ কৃত্রিমতা সিহঁতৰ অকণো ভাল নেলাগিল। গাৱঁৰ পৰিবেশৰ মাজত ডাঙৰ-দীঘল হোৱা কণ্ঠিহঁত আকৌ ভৰলীৰ পাৰৰ পৰিবেশৰ মাজলৈ ঘূৰি আহিবলৈ বৰ ইচ্ছা কৰিলে।

কণ্ঠিয়ে চহৰত লগ পাইছিল তিপ্লোঙা গ্ৰাণ্টৰ নতুন গাৱঁত বাস কৰা নৱসিং, শুকদেউ, ৰুদ্ৰ, ৰহমৎ, হলঙা মিৰি, মধু ওৰাং, গণেশ কুৰ্মীহঁতক। কণ্ঠিয়ে এওঁলোকক লগ পালেই গাৱঁৰ কথা সোধে— বোধনদেউ, সূত্ৰধাৰ, পণ্ডিত, সাতোলাহঁতৰ কথা সোধে। বোধনদেউ আৰু তেওঁৰ লগৰীয়াসকলে এতিয়াও ৰাইজৰ কামত আগৰদৰে উদগণি দি লাগি ফুৰে।

নতুন গাওঁ কেইখনৰ মূৰত ৰাইজৰপৰা টকা তুলি সমবায়ৰ ভেটিত এটা সৰু কাঠফলা কলো পাতিবলৈ চেষ্টা চলিছে। চৰকাৰী কাঠৰ বিজাৰ্ভ ওচৰতে যেতিয়া, পাৰ্মিট লৈ কাঠ অনাই ফলালে কলও ভাল চলিব বুলি উদ্যোক্তাসকলে ভাবিছে। বোধনদেউ আৰু অন্যান্য বহুতৰ ইচ্ছা হেনো, সেই কল চলাবলৈ কলৰ কাম-কাজ জনা ৰাইজৰ মাজৰে কণ্ঠিক দায়িত্ব দিব লাগে। "ঘৰৰ ল'ৰা ঘৰলৈ ঘূৰি আহি গাওঁখন আগবঢ়াই সিহঁতেই নিব লাগিব।" বোধনদেউৰে মাজে মাজে কাবোবা-কাৰোবাক কয়।

কণ্ঠিৰ কথাটো বোধনদেউৰে ৰাইজক উলিওৱাত ৰাইজে আপত্তি নকৰিলে। পণ্ডিতে ক'লে—"কণ্ঠিৰ নিচিনা কলৰ কাম-কাজ জনা মানুহ এজনে হলে বৰ ভাল। তাতে সি ঘৰৰ ল'ৰা।"

সাতোলাই কেবোঁ-ধেঁহোকৈ কৈছিল—"হওঁতে হয়, পিছে সি



এবাৰ গাৱঁক নেওচি গৈছিল। গাওঁক নেওচা দিয়া মানুহটোকনো আকৌ কলটোত সুমুৱাই লোৱা ভাল হ'বনে?"

তাৰ উত্তৰত বোধনদেউৰে কৈছিল, "সি জানেঁ। কম বেজাৰত গাওঁ নেওচি গৈছিল! সইতীহঁতে জানেঁ। তাক কম জ্বলা-ক'লা কৰিলে! তুমিওতো তাত উজান দিছিলা। তাৰোপৰি এটা কথা নহয়—ৰুদ্ৰহঁতৰ মুখে শুনিছোঁ তাৰ বোলে গাওঁ এৰি যোৱাৰ কাৰণে এতিয়া খুব অনুশোচনা আহিছে। অনুশোচনাই প্ৰায়শ্চিত্ত।" বোধনদেউৰে সাতোলাৰ কথা উল্লেখ কৰাত সাতোলাই সেমেনা-সেমেনি কৰিলে।

ৰুদ্ৰ, গণেশ কুৰ্মী, ৰহমৎহঁতে একে আষাৰতে ক'লে—"কণ্ঠি যদি আহে ভাল হয়।"

"সি কল চলোৱা মানুহ, কল চলাব, পিছে কল পৰিচালনা কৰা মানুহৰ ওপৰতহে কথা। অৱশ্যে আমাৰ মানুহ বাছনি ভালেই হৈছে। সম্পাদক ৰুদ্ৰ, সভাপতি পণ্ডিত। দুয়ো লেখা-পঢ়া জনা মানুহ। ৰাইজে চকু দিলে ভালেই চলিব। আমাৰ গাৱেঁ-ভূঞে যিবোৰ সমবায় হৈছে তাৰ বেছি ভাগেই ৰাওকণীপৰা পাতিহাঁহৰ নিচিনা। কণী পাৰোঁতে পাৰে, কিন্তু উমনি দিলে পোৱালি নজগে। ব্যৱসায়ও চলে, টকাইও খাটে, মানুহেও খাটে, কিন্তু লাভৰ ঘৰত বছেবেকৰ মূৰত শুনিবা শূন্য। আকৌ বহুত সমবায় এনেকুৱা আছে চৰকাৰী হিচাব-চোৱা মানুহ আহিব বুলি শুনিলেই টকাই-পইচাই, হিচাবৰ বহীয়ে-পত্ৰই সমবায়ৰ তলা ভাঙি ক'ৰবাৰপৰা চোৰ আহি চুৰ কৰে।" বোধনদেউৰে এইখিনি কৈ ভালে কেইখন এনে সমবায়ৰ উদাহৰণ দাঙি ধৰে।

"চোৰেও ভাল সময়টোলৈ বাট চাই থাকে দেই!" সাতোলাই মন্তব্য কৰি অৰ্থপূৰ্ণ হাঁহি এটা মাৰিলে।

"দেউ, চাব, আমি কিন্তু আমাৰ সমবায়ৰ হিচাব একদম আইনাৰ নিচিনা চাফা ৰাখিম।" ৰুদ্ৰই দৃঢ়তাৰে ক'লে।

"মই থকালৈকে কিন্তু সমবায় কলত কেৰোণ সোমাবলৈ নিদিওঁ।" পণ্ডিতে নিজৰ আগৰ বাজহুৱা কামৰ সভতাৰ অভিজ্ঞতাৰে ৰুদ্ৰৰ কথাত হয়ভৰ দিলে।

"বৰ সজ কথা, বৰ সজ কথা! গুৰি ধৰোঁতা ভাল হ'লে নাৰে তলং-ভটং কৰিব পাৰে, কিন্তু নুবুৰে।" বোধনদেউৰ মুখত, কথাৰ লগে লগে বিশ্বাসৰ হাঁহি এটি ওলাল।

বাইজৰ ইচ্ছাৰ কথা কণ্ঠিৰ কাণত পৰিলগৈ। কণ্ঠিয়ে এইকথা সোণপাহী আৰু মাজনীকো ক'লে। নগৰৰ কৃত্ৰিম জীৱনৰ মাজৰ-পৰা পৰিত্ৰাণ পোৱাৰ উপায় এটা যেন কণ্ঠিৰ পৰিয়ালক ভগৱানে দিলে। সি উভতি যাব। গাৱঁৰ বাইজক সি তাৰ ভুলৰবাবে ক্ষমা খুজিব। নিজৰ নতুন গাৱঁৰ উন্নতিৰ কাৰণে সিও আগৰদৰে ৰাইজৰ লগতে যত্ন কৰিব।

## বাইশ

খবৰটো শুনাৰ লগে লগে বোধনদেউৰ ঘৰ মানুহেৰে ভৰি পৰিল। মৌনভাবে সকলোটি বোধনদেউৰ ঘৰৰ চৌহদত সোমাইছে। তুলসী-তলত বগা কাপোৰৰে ঢাকি থোৱা শৰদেহ ফুলৰে উপচি পৰিছে। ৰুদ্ৰ, মিনাৰাম, নৰসিংহঁতে সময় নষ্ট নকৰি বাৰীত বাঁহ কাঠ কাটিছে। শৰদেহৰ কাষতে কঠ এখনত বহি জীৱন অধ্যাপকে গীতা পঢ়িছে—

জাতস্যহি ধ্ৰুবো মৃত্যুৰ্ধ্ৰুবং জন্ম মৃতস্য চ।
তস্মাদ্‌পৰিহাৰ্যেঽৰ্থে ন ত্বং শোচিতুমৰ্হসি॥
অব্যক্তাদীনি ভূতানি ব্যক্ত মধ্যানি ভাৰত।
অব্যক্তনিধনান্যেব তত্ৰ কা পৰিদেবনা॥

গীতাৰ অন্তত কীৰ্তনখন মেলি লৈ ধনী সূত্ৰধাৰে শৰদেহৰ কাষত কঠত বহি সুৰ লগাই পঢ়িলে—

দুৰ্ঘোৰ মৰণ আসি তেতিখনে মিলে।
ঘৰ-বাৰী চিন্তা এৰুৱাইবে এক তিলে॥
যমৰ কিঙ্কৰে নিগ্ৰহিতে লৈব প্ৰাণ।
কৃষ্ণ বিনে নাহি জানা যাতনাৰ ত্ৰাণ॥

সুললিত কণ্ঠৰ কীৰ্তনৰ পদৰ ধ্বনিৰ মাজেৰে প্ৰকাশ পোৱা স্বৰ্গীয় ভাব, ধূপৰ পৱিত্ৰ গোন্ধে আৰু পৱিত্ৰ কৰি তোলে।

বোধনদেউ হঠাৎ ঢুকুৱাৰ খবৰটো যেয়ে শুনিছে সেয়ে আচৰিত হ'ল। বোধনদেউ ঢুকুৱাৰ খবৰটো কৰিম শইকীয়াকো দিয়া হ'ল। ৰুদ্ৰই এই খবৰটা কৰিম শইকীয়াক দিয়াত শইকীয়াই আচৰিত হৈ ক'লে,—"এ আল্লা! কি কলি ৰুদ্ৰ, কেলেই, পৰহি ভৰলীৰ দলঙৰ উন্মোচনী অনুষ্ঠানত, মঙ্গলাচৰণ গাই উৎসৱ আৰম্ভ ঠাকুৰেই কৰিছিল

দেখোন। তেওঁবনো আজি কি সংবাদ শুনিলোঁ! এনেকৈয়ে মানুহ ইন্তেকাল হয়নে! মানুহৰ জীৱনত একো নাই।”

“ববপিতাই, মই যাওঁ, খৰি-কাঠো কাটিবগৈ লাগে।”

“ৰুদ্ৰ তই যা, আমিও গৈছোঁ।”

আগে আগে কৰিম শইকীয়া আৰু পিছে পিছে মুছলমান গাওঁৰ খেলিল, জালাল, ৰহিমৎ আদি ভালেমান ৰাইজ আহি বোধনদেউৰ পদূলিমুখত থিয় দিলেহি। শেষবাৰৰ কাৰণে, লাখুটিত ভৰ দি কৰিম শইকীয়াই বোধন ঠাকুৰৰ মুখখন ওচৰৰপৰা চালে। কপালত ৰঙা চন্দনৰ ফোঁটটো ৰঙা হৈ জিলিকি আছে। মৃত্যুৰ শীতল-পাটীত যেন বাজহুৰা কাম কৰি ভাগৰি পৰা দেহটো থৈ বোধনদেউ খন্তেক টোপনি গৈছে। শান্ত, সৌম্য মুখখনত যেন এটা সহজ, সৰল ভাৱৰ অভিব্যক্তি!

ভৱলীৰ দলঙৰ উন্মোচনৰ তৃতীয় দিনা পুৱা। নকৈ পতা গাওঁত, নতুন বাজহুৰা কাঠফলা কলটোৰ দুৱাৰ মুকলি উৎসৱ পতাৰ বিষয়ে গাওঁত ডেকা ল'ৰাহঁতৰ লগত আলোচনা কৰি তেওঁলোকক বিদায় দি গাটো ধুই গোসাঁই-ঘৰত সোমাই পূজা-সেৱা সমাপ্ত কৰি চোতালৰ তুলসী ভেটিৰ কাষত থিয় হৈ উজ্জলকৈ পূৱ আকাশত ভালেখিনি উঠি অহা সূৰ্যটো চাই প্ৰণাম কৰি বোধনদেৱে—

ওঁ জবাকুসুমসঙ্কাশং কাশ্যপেয়ং মহাদ্যুতিম্
ধ্বান্তাৰিং সৰ্বপাপঘ্নং প্ৰণতোস্মি……

বুলি গোৱাৰ লগে লগে বুকুত হাতখন দি ঢলি পৰিছিল—মুখত এটি চিঞৰ আৰু লগে লগে ওলাল—'হে দয়াময়' বুলি এযাৰি অস্পষ্ট মাত। পুতেক-বোৱাৰীয়েক নাতি-নুতি ওলাই আহি চাই দেখে যে বোধনদেউৰ প্ৰাণবায়ু তুলসীৰ তলতে উৰি গ'ল। এখন নতুন কঠত তেওঁৰ মৃতদেহটো শুৱাই দি পুতেকহঁতে এখন বগা কাপোৰেৰে দেহা ঢাকি দিলে। কাপোৰৰ ওপৰত পৰি ৰ'ল কেইপাহমান ৰঙা জবা আৰু বগা অপৰাজিতা ফুল। গাওঁৰ ৰাইজ খবৰ শুনিয়েই লৰি-ঢাপৰি আহিল। সকলোৰে কাৰণে আচৰিত খবৰ! মধু ওৰাং, গণেশ কুৰ্মী, তিলক মিলিহঁতো ওলালহি।



“হেৰি নহয়, ৰাইজ, ঠাকুৰ আমাৰ সকলো ৰাইজৰে মানুহ। আমি মুছলমান ৰাইজখিনিয়েও ঠাকুৰৰ চিতাৰ কাৰণে অলপ ধূপ-ধূনা আগবঢ়াব খুজিছোঁ, ৰাইজৰ কিবা আপত্তি হ'বনেকি?” কৰিম শইকীয়াই ৰাইজলৈ চাই সেই অঞ্চলৰ বোধনদেউৰ প্ৰায় সমনীয়া জীৱন অধ্যাপক আৰু সাতোলাকে প্ৰমুখ্য কৰি ৰাইজক সুধিলে। অধ্যাপকে গহীনাই মাত লগালে, “তাতনো কি আপত্তিৰ কথা আছে?” লগতে সাতোলা প্ৰভৃতি ৰাইজৰ অন্যান্য দুই চাৰি-জনেও শলাগিলে। দুই এজনে কথা আষাৰৰ ওপৰত যেন কিবা চিন্তা কৰিলে এনে অনুমান হ'ল।

বোধনদেউৰ লগত আগেয়ে ছাঁটোৰ দৰে সমাজৰ কামত লাগি থকা কণ্ঠিকো খবৰ দিয়া হ'ল। এই খবৰে কণ্ঠি, সোণপাহী আৰু মাজনীৰ মনত বৰ দুখ দিলে। এই সৰু পৰিয়ালটোৱে যেন পৰিয়ালৰে মূল মানুহ এজনক হেৰুৱালে। মৃত্যুৰ খবৰ পোৱাৰ দিনাই আগবেপৰা গাওঁলৈ ঘূৰি আহিবলৈ সিদ্ধান্ত কৰা কণ্ঠিৰ পৰিয়ালে তালি-টোপোলাৰে একেবাৰেই উভতি আহিল। বাছত আহোতে এখন বিৰাট দলঙৰ ওপৰেদি কণ্ঠি-সোণপাহী আৰু মাজনী পাৰ হৈ আহিছে।

এদিন সি আৰু তাৰদৰে কতজনে নাৱেৰে যুগ যুগ ধৰি মানুহ, বাছ, গৰু, ম'হ পাৰ কৰা কালিকা-লগা জীয়া ভৱলীৰ ওপৰত বিৰাট দলং! তাৰ আচৰিত লাগে। অলপ দূৰত ৰেলও পাৰ হ'ব পৰা এখন দলং। কেইবা বছৰৰো আগৰ ভৱলী-পাৰৰ মনত দকৈ সাঁচ বহুৱা দুটা ঘটনালৈ কণ্ঠি আৰু সোণপাহীৰ মনত পৰিল। কণ্ঠিক চকুৰ আগত ভাহি উঠিল পাৰত খুন্দামাৰি ভাগি যোৱা এখন মাৰ-নাও, পানীত পৰা বহুত অসহায় মানুহ। সোণপাহীৰ মনটো বাছত নাই। মৰণাকুৰি গাওঁৰ ভৱলীঘাটত কোনোবা এদিন

দোকমোকালি কিবা এটা টোপোলাৰে উটি অহা এডাল কাঠত মনে যেন খুন্দা মাৰিলেগৈ। মাজনীক কাষলৈ টানি আনি এহাতেৰে সাৰটি ধৰিলে। "বৌ, কি কৰিছা, এৰি দিয়া, মই ভৰলী চাওঁ।" মাজনীয়ে মাকৰ কাষৰপৰা আঁতৰি বাছৰ খিৰিকীৰে ভৰলীলৈ চাই ক'লে। ৰেলৰ দলঙেদি এখন মালগাড়ী ৰঙাপাৰাৰ ফালৰপৰা লক্ষীমপুৰৰ ফাললৈ পাৰ হৈ গৈছে। দূৰণিত জালোৱা কেইটামানে এখন ঘাটজাল তুলিছে। বহুত ৰূপালী ৰঙৰ মাছ জালখনত উঠি অহা মাজনীৰ চকুত পৰিল।

বাছৰ বুকুৰপৰা কণ্ঠিয়ে সিকি এটা ভৰলীৰ বুকুলৈ পেলাই দি ভৰলীক সেৱা কৰিলে। সোণপাহী আৰু মাজনীয়েও কণ্ঠিৰ লগে লগে হাতযোৰ কৰি ভৰলীক সেৱা কৰিলে। বাছত বহি থকাৰ পৰাই বহুতো যাত্ৰীয়ে ভৰলীলৈ মূৰ দোৱাঁলে খিৰিকীৰে, বহুতো হাতেদি বহুতো পইচা ভৰলীৰ বুকুত পৰিল।

দলং পাৰ হওঁতে কণ্ঠিৰ বাছৰপৰা চকুত পৰিল এখন নাম-ফলি। বাছৰ বেগত সি সকলো কথা মাতিব নোৱাৰিলে। মাতিব পৰাখিনি হ'ল···ভৰলীৰ দলং, উন্মোচন···আগষ্ট ১৯৬২ চন। সি মাতিব নোৱাৰিলেও, উন্মোচনৰ তাৰিখটো তাৰ মনতে আছিল।

অলপ দূৰ অহাৰ পিছত নাহৰবাৰীৰ গুৰিত বাছ ৰোৱাত কণ্ঠিৰ কাণত ৰেডিঅ' এটাত বাজি থকা জ্যোতিপ্ৰসাদৰ গীত এটি কাণত পৰিলহি—

মই গাৱঁৰ ল'ৰা গাৱেঁ গাৱেঁ
বন্তি জ্বলাই যাম
গাৱঁলীয়া ছোৱালী শেৱালি মই নেৱালি
গাৱঁৰ কোলাত হাঁহি-মাতি
সোণধানৰ জেউতি চৰাম।

॥ সমাপ্ত ॥